# কলঙ্ক মোচন

( পৌৰাণিক নাট )

—:০:—




—ৰচক—


শ্ৰীশুক্ৰেশ্বৰ বৰা

কুকুৰা ( মঙ্গলদৈ )



প্ৰথম সংস্কৰণ






৪৯৮ শঙ্কৰাব্দ, ২ ভাদ,

ইং ১৯৪৬ চন, ১৯ আগষ্ট


বেচ—১৷৷০ ডেৰ টকা ।


Selling Agents.
Chanala [illegible] Stall.

# আমাৰ কথা

গুৰু আৰু জনাৰ্দ্দনৰ অনুকম্পাত লিখকৰ নাটকৰ ভিতৰত এই খনেই প্ৰথমতে প্ৰকাশ হ'ল। যি সকলৰ অনুপ্ৰেৰণাত লিখকে নাট লিখিবলৈ প্ৰয়াস পাইছিল, সেই সকলক আৰম্ভণিতে নমস্কাৰ জনাওঁ।

এই নাট খনি গোনপ্ৰথমে "কুৰুৱা শ্ৰীশঙ্কৰ সমাজ"ত অভিনয় কৰিবৰ কাৰণে লিখা হৈছিল। তাত কৃতকাৰ্য্যতাৰে অভিনয় হোৱাৰ পাচত বিভিন্ন ঠাইৰ কেইবাটিও যাত্ৰাদলে ইয়াৰ অভিনয় কৰি পুথিখন প্ৰকাশ কৰিবৰ কাৰণে উদগনি দিয়াত বৰ্ত্তমান নাটখন প্ৰকাশ কৰা হ'ল। এই নাটখনি পাঠক আৰু দৰ্শকসকলৰ তৃপ্তিপ্ৰদ হলে আমাৰ পৰিশ্ৰম সাৰ্থক বুলি ভাবিম। ইতি

উজান বজাৰ, গুৱাহাটী
২ ভাদ, জন্মাষ্টমী
৭১৮ শকাব্দ

শ্ৰীভদ্ৰেশ্বৰ বৰা।

# নাটকীয় চরিত্র

পুরুষ—

ব্রহ্মা, শিব, সুদর্শন, বৃহস্পতি, শুক্র, নারদ, দক্ষরাজ, ইন্দ্র, চন্দ্র, সূর্য্য, বায়ু, বরুণ, কুবের, অগ্নি, যম, শনি, জ্ঞান, কর্ম্মফল, স্বর্গ ধর্ম্ম, অধর্ম্ম, মদন, বসন্ত, দৈত্যরাজ প্রহ্লাদ, দৈত্য সেনাপতি, দুজন দৈত্যসেনা।

স্ত্রী-চরিত্র—

তারা, রোহিণী, মায়ানারী, অমরাবতী আর দেববালা সকল।

---

# কলঙ্ক মোচন

## প্রথম অঙ্ক

### প্রথম দৃশ্য

স্বর্গপথ

[ দৈত্যগুরু শুক্রাচার্য্য আর দেবগুরু বৃহস্পতি ]

শুক্রাচার্য্য— দেব-পুরোহিত বৃহস্পতি!
দেবতার প্রতিদ্বন্দ্বী দৈত্য-সমাজের
পৌরোহিত্য করি বলে মোর
করো মোর কলঙ্ক ঘোষণা।
কিন্তু মোর কণ্ঠে শতবার—
কামান্ধ অজ্ঞানী পাপী ইন্দ্রিয় সেবক,
দেব-সমাজের তুমি মূর্ত্তি কলঙ্কের।

বৃহস্পতি— সংসর্গ দোষেতে তব
হ'ল নষ্ট দেবের স্বভাব,
দৈত্য ভাবাপন্ন হ'ল হৃদয় তোমার।
সেই বলে কথার ছলেতে
শপি তুমি অকথ্য কথারে
অনাহক নিন্দিছ গুরুকে।

শুক্র— অনাহক নহয় কদাপি
অস্পৃশ্য চণ্ডাল তুমি,
সতীত্ব হৰণকাৰী ভাই-বোৱা বীৰ।

বৃহস্পতি— (খঙেৰে)
তত্ত্ব-জ্ঞানে শুক্র তুমি নোহোৱা নিপুণ ;
সেই হেতু অনৰ্থক
দোষাৰোপ কৰিছা গুৰুক।
চোৱাঁ শুক্র !
যি জনৰ আদেশত
এই বিশ্ব ঘূৰিছে সদায়,
সিজনৰ নিৰ্দ্দেশতে
কৰে জীৱে ভাল বেয়া কাম।
কৰিছো সকলো তেওঁ,
আমি মাত্র উপলক্ষ তাৰ।

শুক্র— বন্ধ হ কাণৰ বিন্ধা শুনিবি আৰু
অশ্রাব্য অকথ্য কথা শুনা মহাপাপ।
আচৰিত তৰ্ক-জাল নোবাৰোঁ বুজিব—
নিজে পাপ কৰি
সেই পাপ অকাতৰে
ঈশ্বৰত কৰিছে আৰোপ।

বৃহস্পতি— দৈত্য ভাবাপন্ন তুমি
কি বুজিবা ধৰ্ম্মৰ বিচাৰ!
পাপ-পুণ্য ঈশ্বৰত কৰি সমৰ্পণ

কৰ্ম্ম-ফল নকৰি কামনা,
কৰা যদি কৰ্ম্মৰ সাধনা,
সেয়ে মহাযজ্ঞ জীৱনৰ।
বিশেষ কৰৰ মোৰ নাই প্ৰয়োজন ;
প্ৰভুৰ কৃপাত যদি
পুৰোহিত বৃহস্পতি দেৱ-সমাজত
নিশ্চয় গুৰুৰ স্থান ওখ আসনত।

শুক্ৰ— গুৰু-শিষ্য অভেদ আত্মা।
সেই দেখি কৰিছো স্বীকাৰ—
দৈত্যৰ ভাৰত পূৰ্ণ শুক্ৰৰ অন্তৰ।
সেই বুলি বৃহস্পতি দৰে,
নহয় কদাপি শুক্ৰ
পবিত্ৰ ব্ৰাহ্মণ বংশে কলঙ্ক কালিমা।
অস্পৃশ্য চণ্ডাল তুমি পতিত ব্ৰাহ্মণ
ইন্দ্ৰিয়-সেৱক হৈ ধৰ্ম্মত বঞ্চিত।
নিশ্চয় জানিবা বৃহস্পতি
শুক্ৰতকৈ শ্ৰেষ্ঠ তুমি নোহোৱা কদাপি।
নহয় প্ৰত্যয় যদি
লোৱা তাৰ প্ৰত্যক্ষ প্ৰমাণ।

বৃহস্পতি - প্ৰমাণ কৰিবা শুক্ৰ কোন উপায়েৰে

শুক্ৰ— নিজ নিজ শক্তি প্ৰভাৱেৰে।

বৃহস্পতি— কি কলা শুক্ৰাচাৰ্য্য!
প্ৰাধান্য স্থাপন হবে

পাৰেনে জ্ঞানীয়ে লব হিংসাৰ আশ্ৰয়?
অসম্ভৱ!
হলেও সম্ভৱ সিটো দানৱ গুৰুৰ,
কদাপি নহয় এনে দেৱৰ লক্ষণ।

শুক্ৰ — নাই কৰা তেনে মই জঘন্য প্ৰস্তাৱ।
লোৱাঁ সাৱোগত কৰি
বেদ-মন্ত্ৰ গায়ত্ৰী-কবচ।

বৃহস্পতি— কি দৰে?

শুক্ৰ— ব্ৰাহ্মণৰ মহাকৰ্ম্ম—
পাতাঁ হোম,
বুজিবা তেতিয়া।

বৃহস্পতি— হোমৰ কুণ্ডত আজি
সিদ্ধ মন্ত্ৰে ঢালি পূৰ্ণাহুতি
বিদ্যা বুদ্ধি ক্ষমতাৰ দিবা পৰিচয়?

শুক্ৰ— সেয়ে মোৰ অভিপ্ৰায়।

বৃহস্পতি— তেনেহলে হোৱাঁ সাজু!
[বৃহস্পতিয়ে শুকান কাঠত অগ্নি সংযোগ
কৰি হোম প্ৰস্তুত কৰে]
কৰিলো প্ৰস্তুত হোম,
কৰাঁ তাৰ উচিত বিধান।
কোৱাঁ শুক্ৰ!
কিদৰে কৰিলে এই কাৰ্য্য সমাপন
পৰাজয় কৰিবা স্বীকাৰ?

শুক্র— বিনা ঘিঁউ বেলপাতে আহুতি প্ৰদানি
মহাজ্ঞানী শঙ্কৰক কৰি আকৰ্ষণ
উভয়েৰে গুচুৱা বিবাদ।

বৃহস্পতি— সাক্ষী হবা সপ্ত স্বৰ্গ
সাক্ষী হবা চতুৰ্ব্বৰ্গ
সাক্ষী হবা ভীষণ শ্মশান,
মোৰ মন্ত্ৰ প্ৰভাৱত
উপস্থিত হলে ত্ৰিলোচন
দৈত্য পুৰোহিত শুক্ৰ হব পৰাজয়।
(হোম লক্ষ্য ক'ৰ)
হে সপ্তলোক প্ৰসৰিতা বৰণীয়া জ্যোতি
প্ৰণমো তোমাক মই ওঁ ওঁ বু'ল :
কৰা তুমি আকৰ্ষণ
মহাসিদ্ধ শঙ্কৰক।
[পূৰ্ণাহুতি দিব খোজোতেই দূৰৈত
মায়া-নাৰীৰ ক্ৰন্দন]

মায়া-নাৰী— কোন আছা কৰাঁ ৰক্ষা
যায় প্ৰাণ অবলা নাৰীৰ।

বৃহস্পতি— (আহুতি নিদি অন্যমনা হৈ)
ই কি!
ক'ত সেই কাতৰ ক্ৰন্দন ৰমণীৰ।

শুক্ৰ— ভুল অনুমান।
নোহে নাৰী, বিধিনি তোমাৰ।

বৃহস্পতি— সঁচা কথা, সঁচা কথা !
আসুৰী মায়াই ধৰি ৰমণী মূৰ্তি
মোৰ এই মহাযজ্ঞে ঘটালে বিঘিনি।
এইবাৰ পূৰ্ণাহুতি প্ৰদানি পুনৰ,
অব্যৰ্থ বেদৰ মন্ত্ৰ,
দিম তাৰ প্ৰত্যক্ষ প্ৰমাণ।

শুক্ৰ— নাই বাধা ইথত,
দিয়া বাক আহুতি দুনাই।

বৃহস্পতি— ( পুনৰ পূৰ্ণাহুতি লৈ )
হে সপ্তলোক প্ৰসৱিতা বৰণীয়া জ্যোতি
ধ্যান মূলম্ গুৰোঃ মূৰ্ত্তি
মহাযোগী শঙ্কৰক ·· ······ ।

[ অকস্মাত দূৰৈত মায়া-নাৰীৰ ক্ৰন্দন ]

মায়া-নাৰী— কোন আছা কৰা ৰক্ষা সতীৰ মৰ্য্যাদা।

বৃহস্পতি— উস্ ! কাৰ এনে অত্যাচাৰ অমৰ-ৰাজ্যত ?

[ বিচলিত হৈ আহুতি নিদি যাব খোজে ]

শুক্ৰ— কি কৰিলা বৃহস্পতি !
এইবাৰো শূন্য মনোৰথ।

বৃহস্পতি— ইকি !
ব্যৰ্থ হ'ল ব্ৰহ্ম-যজ্ঞ মোৰ !! [ মৌন ]

শুক্ৰ— কি কৰিলা বৃহস্পতি !
দিয়া যদি অনুমতি,
দেখুৱাওঁ দৈত্যগুৰু শুক্ৰৰ প্ৰভাৱ।

বৃহস্পতি — [illegible]
নিজ শক্তি বলে
আসুৰী মায়াক কৰি বিষিযে নিপাত
হোমত আহুতি পুনু কৰিম প্ৰদান।
হে প্ৰভু দয়াময়
দিয়া বল হৃদয়ত।
সপ্তলোক প্ৰসবিতা বৰণীয়া জ্যোতি
প্ৰণমো তোমাক মই।
কৰাঁ তুমি আকৰ্ষণ মহাজ্ঞানী শঙ্কৰক।
[ পূৰ্ণাহুতি দিব খোজোঁতেই আকৌ
মায়া-নাৰীৰ ক্ৰন্দন ]

মায়া-নাৰী কোন আছা কৰা ৰক্ষা
নাৰী-হত্যা মহাপাপ লাগিব এতিয়া।

বৃহস্পতি— উস্ কি হব উপায়!
নাৰী-হত্যা মহাপাপ চকুৰ আগত?
[ বেগেৰে প্ৰস্থান ]

শুক্র - কি কৰিলা বৃহস্পতি!
আসুৰী মায়াত ভুলি
দেৱ-কাৰ্য্য দিলা বিসৰ্জ্জন।
[ কঁপি কঁপি পুনৰ বৃহস্পতিৰ প্ৰৱেশ ]

বৃহস্পতি— আচৰিত মায়াৰ মায়া।
কাৰ সাধ্য থিৰে থাকে নাৰীৰ মায়াত।
[ মৌন ]

শুক্র— অর্থহীন বাক্য কিয় কৰিছা প্ৰয়োগ।
চোৰ্া বৃহস্পতি!
সকলো বিধিনি নাশি
শুক্রাচার্য্যে শঙ্কৰক কৰে আকর্ষণ।
( হাতযোৰ কৰি )
অন্তর্য্যামী প্ৰভু ত্ৰিলোচন!
দিয়া দেখা এই সময়ত,
হোম-মন্ত্ৰে কৰিছোঁ আহ্বান।
[ শূন্যাহুতি দিয়ে ]
[ বেগেৰে সদাশিৱৰ প্ৰবেশ ]

শিৱ— দৈত্য-গুৰু শুক্রাচার্য্য!
সামৰা আহুতি,
উপস্থিত হ'ল শূলপাণি।

শুক্র- কৰোঁ প্ৰভু নমস্কাৰ শ্ৰীপাদ-পদ্মত।
[ নমস্কাৰ কৰে ]

বৃহস্পতি— মোৰো নমস্কাৰ প্ৰভু কৰক গ্ৰহণ।
[ নমস্কাৰ ]

শিৱ— ই কি!
দেখোঁ দেৱ পুৰোহিত বৃহস্পতি!

বৃহস্পতি— দেৱৰ অযোগ্য বৃহস্পতি,
নৰকৰ কীট বুলি গণ্য মাথোঁ মই

শিৱ— বৃহস্পতি!
আত্ম-নিন্দা তোমাৰ মুখত?

আত্ম-গ্লানি কিহেতু তোমার
জনাবানে সবিশেষ মোক ?

বৃহস্পতি— অন্তর্যামী প্রভু তুমি জানি সকলোকে
নকৰিবা ছলনা দাসক।

শিব— জনাবানে শুক্রাচাৰ্য্য!
কিয় আজি অকস্মাতে
আত্ম-নিন্দা অমর-গুৰুৰ ?

শুক্র— আশুতোষ! প্রতিযোগিতাৰ বাদ-বিসম্বাদ
দৈত্য আৰু দেৱতাৰ আছে চিৰ দিনেই।
দৈত্য পুৰোহিত মই
সিকাৰণে দেৱতা গুৰুৰ
অৱশ্যেই মোৰ সহ ঘটিব বিবাদ।
আজি বিবাদত
পৰাজিত হল বৃহস্পতি,
সেই হেতু আত্ম-নিন্দা বুলি মনে ধৰে।

শিব— বিবাদত কি আছিল পণ ?

শুক্র— আজি বিবাদত
হোমকুণ্ডে সিদ্ধ মন্ত্রে ঢালি পূৰ্ণাহুতি।
আকৰ্ষণ কৰিলে প্রভুক
কোন শ্রেষ্ঠ হব নিৰূপণ।

শিব— তেনেহলে কোন শ্রেষ্ঠ হ'ল নিৰূপণ ?

শুক্র— ব্যৰ্থ হ'ল যজ্ঞাহুতি গৰ্ব্বিত গুৰুৰ,
যজ্ঞ পূৰ্ণ হ'ল আজি শুক্র আচাৰ্য্যৰ

শুক্ৰ মন্ত্ৰ প্ৰভাৱত
আকৰ্ষিত তুমি প্ৰভু নিজে,
কোন শ্ৰেষ্ঠ দিয়া সন্নিধান।

শিৱ — (স্বগতঃ) অ' ! এতিয়াহে পাৰিছো বুজিব।
মন্ত্ৰ-যুদ্ধে মত্ত আজি
দেৱ-গুৰু দৈত্য-গুৰু শুক্ৰ-বৃহস্পতি ।
(প্ৰকাশ্যে) শুক্ৰাচাৰ্য্য !
ব্ৰাহ্মণে ব্ৰাহ্মণে যুঁজি
লাভ নাই, জগতত ঘটালে বিপ্লৱ।
সেই হেতু কওঁ মই
শান্ত ভাৱে দুয়োজনে থাকা মিলি-জুলি।

শুক্ৰ তথাপিতো কোন শ্ৰেষ্ঠ
পাব খোজো তাৰ সমাচাৰ।

বৃহস্পতি— অগতিৰ গতি প্ৰভু শান্তিৰ সাগৰ,
সংসাৰৰ মাজে মাথো তুমি মহাজ্ঞানী।
গুৰু-শুক্ৰ বিবাদত
কোন শ্ৰেষ্ঠ কৰি নিৰূপণ
বাক্-যুদ্ধ ব্ৰাহ্মণৰ কৰা অৱসান।

শিৱ — (স্বগতঃ)
ঘোৰ সমস্যাত আজি পৰিল পিনাকী।
এফালে শুক্ৰৰ ঘোৰ ব্ৰাহ্মণ্য প্ৰভাৱ,
আন ফালে দেৱতাৰ মান গুৰুতৰ।
দেৱতাৰ পুৰোহিত হোৱাৰ কাৰণে

বৃহস্পতি শ্রেষ্ঠ বুলি কলে,
শুক্রৰ মন্ত্রত আজি
ধ্বংস হব পাৰে এই সৃষ্টি বিধাতাৰ।
শুক্রৰ প্রভাৱ দেখি
•শ্রেষ্ঠ বুলি কলে ভাৰ্গৱক
দানৱৰ বিজাতীয় গৰ্ব্বিত নিচান
উৰুলিব চিৰ দিন অমৰ-পুৰীত।
(প্রকাশ্যে) শুনা শুক্র আৰু বৃহস্পতি!
দুয়োজন প্রিয় ভক্ত মোৰ।
সেই হেতু কওঁ দুয়ো উভয়ে সমান।

শুক্র— সম বুলি কলে প্ৰভু শুক্র-বৃহস্পতি
নিতান্তই কৰা হব ধৰ্ম্মক লঙ্ঘন।
জানো মই বৃহস্পতি পতিত ব্রাহ্মণ,
সেই পাপে ব্যৰ্থ আজি যজ্ঞ দেৱতাৰ।

শিৱ— সঁচা কথা শুক্রাচাৰ্য্য!
অকৰ্ম্ম আশ্রয় কৰি
অৱশ্যই পাপলিপ্ত হল বৃহস্পতি।
কিন্তু, পূৰ্ব্বজন্মাৰ্জ্জিত ফল পূৰ্ব্ব জনমৰ
নিৰ্ম্মল পবিত্র কোনো সুকৃতিৰ গুণে
পুৰোহিত যেতিয়া' দেৱৰ,
দেৱৰ মৰ্য্যাদা ৰাখি কৰিবা সম্মান।
মন্ত্র প্রভাৱত তুমি শ্রেষ্ঠ সকলোৰে,
সি কাৰণে কওঁ দুয়ো উভয়ে সমান।

শুক্র— যদি প্ৰভু পাপ-পঙ্কে
নিমজ্জিত দেৱ বৃহস্পতি,
তেন্তে কিয় প্ৰায়শ্চিত্ত নকৰে বিধান ?

শিৱ— অতৰ্কিত ধৰ্ম্মৰ গতি বুজা সুকঠিন—
*কাৰ ভাগ্যে আছে কিটো ক'ত ?
এই মহা পাতকৰ
অৱশ্যই আছে এটি বিধিৰ বিধান।

বৃহস্পতি— ৰক্ষা কৰা শূলপাণি !
সকলো বিঘিনি নাশি
পাপ মোৰ কৰা বিমোচন।

শিৱ— সেই শক্তি নাই শঙ্কৰৰ।
সতীৰ সতীত্ব নাশি ভাতৃ-পত্নী হৰি
যত কষ্ট দিছা তুমি সতীৰ প্ৰাণত
আৰু নিজ সহোদৰ উতথ্য মুনিৰ,
তেনে কষ্ট নিজে তুমি নকৰিলে ভোগ
স্বৰ্গবাস অসম্ভৱ নিশ্চয় তোমাৰ।
যাওঁ মই থাকা দুয়ো শুক্র-বৃহস্পতি
কাৰ্য্য মোৰ হ'ল সমাপন। [শিৱৰ অন্তৰ্দ্ধান]

শুক্র— বৃহস্পতি !
আৰম্ভণ হ'ল উভয়েৰে
জীৱনৰ নতুন অধ্যায়।
আগবাঢ়ি যোৱা নিজ গন্তব্য পথত।

[ শুক্রৰ প্ৰস্থান ]

[ বৃহস্পতি বিষন্ন মনে বহি পৰে।
এনেতে গীত গাই গাই কৰ্ম্ম-ফলৰ প্ৰবেশ। ]

## গীত

এই জীৱন কৰ্ম্ম-খেলা
বদ্ধ তুমি কৰ্ম্ম-পাশে,
লোভে মোহে আবৰি হৃদয়
আছে তোমাৰ দশো দিশে।
নকৰিলে ভোগ, নহয় মুকলি
কঠিন কৰ্ম্ম বন্ধন;
যাৰ যেনে কৰ্ম্ম, তাৰ তেনে ফল
কদাপি নহয় খণ্ডন।
চোৱা আদ্যা শক্তি ভগৱতী পূৰ্ণ মহামায়া।
নিজ কৰ্ম্ম-দোষে,
মহা পাৰাবাৰে
এৰে নিজ কায়া॥
চোৱা, ব্ৰহ্মা বিষ্ণু বিধিৰ লিখিয়ে মোক
ভয় নকৰা নাই।
হলা নিৰুপায়, দিলো উপায়,
ফল ভোগে পাপ নাশে॥
[কৰ্ম্ম-ফলৰ অন্তৰ্দ্ধান]

বৃহস্পতি— ৰক্ষা কৰা ভগৱান!
তুমি মাত্ৰ ভৰসা কেৱল।
[বেগেৰে প্ৰস্থান]

## দ্বিতীয় দৃশ্য

প্ৰমোদ কানন

[ গীত গাই গাই দেৱবালাসকলৰ প্ৰবেশ ]

### গীত

পুণ্য কিৰণ বিয়পি গগন
সৌন্দৰ্য্যে পেলালে ছানি ;
ফুল্ল যত ফুল, ফুল্ল জীৱ কুল
উঠিছে আনন্দ ধ্বনি।

কুলি কুহু তানে হৃদয় কঁপিছে
মলয় পৱনে আকুল কৰিছে
বসন্ত মদনে পৰাণ জ্বালিছে
ফুল-বাণ হানি হানি ॥

[চন্দ্ৰ আৰু ৰোহিণীৰ প্ৰবেশ ]

চন্দ্ৰ— চোৱা দেখি !
কেনে দৰে ভ্ৰমৰ বালাই,
সুমধুৰ ৰাগিণীৰে দিগন্ত কঁপাই
অমিয়া শাকিৰ সুধা ঢালে কাননত

যৌবনৰ পৰশত
মত্ত আজি যত দেবাঙ্গনা,
হাতে ফুল-মালা লই নাচে উল্লাহত
ৰঙ্গ ৰসে মিলি-জুলি সকলো সুন্দৰী।
বসন্তত বসুন্ধৰা এনেয়ে সুন্দৰ,
সুন্দৰ লাৱণ্য আভা—
গছ লতা সকলো ফুলৰ,
তাতে পৰি গাভৰুৰ ললিত জোকাৰ
বিয়পিছে দশোদিশে অমিয়া সৌৰভ।
গাভৰু মুখত শুনি উকলি জোকাৰ
তোমাৰ মনত প্ৰিয়ে নেলাগেনে ভাল ?

ৰোহিণী— সৌন্দৰ্য্য হৰণ সনা
প্ৰকৃতিৰ কাম্য বন নিকুঞ্জ কানন
দেখি নাথ মোৰো হিয়া পৰিছে শীতল।
সমীৰণ স'তে মিলি মধুৰ সঙ্গীত—
উঠিছে শূন্যত বাজি ভুবন ভুলাই,
তাতে পৰি বিহঙ্গৰ মো-সনা গান,
বৰষিছে শান্তি-সুধা পবিত্ৰ প্ৰেমৰ।
গোৱাঁ সখীসৱ!
শুনাই মধুৰ এটি গীত।
সঙ্গীতৰ ছেৱে ছেৱে—
হাঁহি আলি যেন,
প্ৰেম-ৰসে মুগ্ধ কৰা মন।

দেৱবালাসকল— গীত

আহিছে বসন্ত আজি
নতুন ধৰণে সাজি
আহিছে বসন্ত-দূতী লগত লৈ।
ফুলিল ফুলনি বাৰী
ৰঙতেই হালি জালি
নতুন জগত দেখি নব ভাব লৈ॥
গছে গছে পৰি পৰি
সুমধুৰ সুৰ ধৰি
জুৰিলে চৰায়ে গান তালি ভুলি কৈ।
দূৰৈৰ আনন্দ ধ্বনি
শুনো যেন ৰিণি ৰিণি
বসন্তৰ বাণ বাজে বৈ বৈ বৈ॥

[ দূৰৈত প্ৰজাপতি দক্ষৰ প্ৰৱেশ ]

দক্ষৰাজ— যথাৰ্থতে হল মোৰ সন্দেহ ভঞ্জন।
কু-ক্ষণত পৰিল চকুত
দেৱাধম চন্দ্ৰ আজি
আৰু মোৰ প্ৰাণৰ জীয়াৰী
কলঙ্কিনী ৰোহিণী পাপিনী।
উস কিনো আচৰিত!
সপোনৰো অগোচৰ কদৰ্য্য কাহিনী—

দিঠকত হ'ল পৰিণত।
প্ৰজাপতি দক্ষৰাজ মই
মোৰ সন্মুখত এই পাপ-অভিনয়।
( থঙেৰে ) চন্দ্ৰ।

চন্দ্ৰ (লৰালৰিকৈ ওচৰচাপি সেৱা জনাই)
কৰক আদেশ প্ৰভু।
আছে যদি কিবা কাৰ্য্য ভাৰ

দক্ষ— নহয় আদেশদাতা দক্ষ প্ৰজাপতি,
দণ্ডদাতা আজি মোৰ ঘৃণিত কামৰ।
চন্দ্ৰ।

চন্দ্ৰ— মতিমান।
বুজা নাই অপৰাধ মোৰ।

দক্ষ— বুজিবি পাচত।
পাৰোনে শুনিব বাক
কুশল-বাতৰি মোৰ কন্যাসকলৰ?

চন্দ্ৰ— ৰাজ কন্যা সকলোটি আছে নিৰাপদে।

দক্ষ— নিৰাপদ কিদৰে বুজিলি?

চন্দ্ৰ— ভাৰ্য্যা মোৰ.
জানো সেই হেতু।

দক্ষ— ( উত্তেজিত হৈ )
কি কলি পামৰ!
ভাৰ্য্যা তোৰ, কন্যাগণ মোৰ?
ভাৰ্য্যা বুলি যদি তুই।

জান মোৰ কন্যাসকলক,
তেনে কিয় তেজি তই আন সকলোকে
একমাত্র ৰোহিণীৰে কৰিছ বিৰাজ
লগে লৈ স্বৰ্গ-বেশ্যা প্ৰমোদ বনত ।
কুল-কলঙ্কিনী তই ৰাক্ষসী ৰোহিণী
কু-ক্ষণত জন্ম ললি তই ।
উস্ কিনো পৰিতাপ !
এনে হেন সন্তানৰো জন্মদাতা মই ।

ৰোহিণী— পিতা । পিতা ।
জ্ঞান বিশ্বাসত মই নোহো কলঙ্কিনী
পতি-প্ৰাণা সৰলা ৰোহিণী ।

দক্ষ— ৰক্ষা নাই মোৰ বংশে সানিলে কলঙ্ক ।
পিতা বুলি সম্বোধন কৰি
পবিত্ৰ বংশত মোৰ
নেসানিবি কলঙ্ক-কালিমা ।

ৰোহিণী— উস কিনো পৰিতাপ,
আকাশী স্বৰগ ভাগি
নপৰিল কিয় মোৰ পাপিনী মূৰত ।
[ ক্ৰন্দন ]

দক্ষ— ৰোহিণী !
বাৎসল্য স্নেহত পৰি
দক্ষৰাজ কৰ্ত্তব্যত নহব বিমুখ ।
দুষ্টৰ দমন আৰু শিষ্টৰ পালন অৰ্থে

হাতে এই ৰাজদণ্ড কৰিছো ধাৰণ।
সিকাৰণে তোক মই দিছো অভিশাপ—
সহোদৰা ভগিনীক কৰি প্ৰৱঞ্চনা
কৰিছ যি প্ৰেম-সুধা পান,
সেয়ে তোৰ হব হলাহল।

ৰোহিণী— উস কিনো মহাবজ্ৰ পৰিল মুৰত!

[ ৰোহিণী ঢলি পৰে ]

চন্দ্ৰ— (লৰালৰিকৈ ৰোহিণীক ধৰি)
মহাৰাজ!
ক্ৰোধত আচ্ছন্ন হৈ
ৰাজধৰ্ম্ম দিলা বিসৰ্জ্জন।
পত্নীত্যাগী বেশ্যাপৰায়ণ বুলি
যদি তুমি ভাবিছা চন্দ্ৰক
তেন্তে কিয় শাস্তি মোক নকৰি প্ৰদান
বিনা দোষে অভিশাপ দিলা ৰোহিণীক?
নিশ্চয় জানিবা মহাৰাজ!
ই কাৰ্য্যত হব প্ৰচাৰিত
গোটেই জগত ব্যাপি কলঙ্ক তোমাৰ।

দক্ষ— চন্দ্ৰ! শাস্তি তোৰো হব যথোচিত।
ধৰ্ম্ম-পত্নী অবহেলা কৰি
হয় যদি আসক্ত বেশ্যাত,
যক্ষ্মা ৰোগ হব লাগে তাৰ।
সেই পাপে লিপ্ত হেতু তই

ব্ৰহ্মা বিষ্ণু বম্ মহাদেউ
চিলিম নলিচা হোকা ;
সেয়েহে আমাৰ বাপু সকল
ভিকিৰা পোৰাত চোকা ।
হোকাৰ গুড় গুড় সুৰীয়া মাতটি
নাৰদ বাপুৰ গান ;
তাক শুনিলে হব শুচি
নৰ মনুহৰ কাণ ।
হোকাৰ মাজৰ পানী কেটুপি
ব্ৰহ্মা কমণ্ডলু জল ;
সেয়েহে আমাৰ কানীয়া বাপুৰ
সাত বলদৰ বল ।
চিলিমৰ জুইৰ তাপত দুখে
পলাই মাৰিব ফাট ;
সুখ সম্পদ বঢোৱা নিজৰ
এয়েহে আচল বাট ।
বাহ্ বাহ্ বাহ্ কানীয়া ককাই
কি বঢ়িয়া লোক ;
চকু ঢুল ঢুল ধ্যানত মগন
নাই অলপো শোক ।

আৰু কি বেচি কবা ? মই পাপে পিথপীত বাইজ দখল কৰিবলৈ একো উপায় বুধি বিচাৰি নেপাই মহাদেউ বেবাক কত ৰকমে কৈ-মেলি বেনিবা এই কানি-দেৱতাক .

লগত লৈ আহিছো। যদিহে ইয়াক কেনেবাকৈ পিথবীত থাপিব পাৰো, তেনেহলে পাপে নৰ-মনুছৰ ঠিক সিৰ চাই মূৰত টোকাৰি মাৰিব পাৰিব। তেতিয়া গোটেই বাইজ এই পাপৰেই দখল হব।

[ লৰি কুমতিৰ প্ৰৱেশ ]

কুমতি—বচ্ ইস্তুক বিস্তি কাবাৰ। এতিয়া আৰু আমাক কোনে পায় ?

পাপ—তইনো এইখন কি বাৰ-বঙলুৱা কথা কৰ অ'। অলপ ভালকৈ কবিচোন, তেহে যদি বুজি-বাজি পাওঁ।

কুমতি—সেইটো তো আছেই। মই খৰি দি বান্ধ বুলি কলেহে তই ধাৰব পাৰ। তাতে আকৌ কথা বুলিলে বতাহ কথা এষাৰ কৈছো যেতিয়া, অৱশ্যে সি বতাহ হৈ সাউৎ কৰে উৰি গলগৈ। তোৰ কাণৰ বিন্ধাত সোমাব কেনেকৈ। বোলো আকৌ কওঁ শুন। মই হৈছো কুমতি, তই হৈছ পাপ। মই কুমতিয়ে ছুই দিলেহে তই পাপে মেৰিয়াই ধৰিব পাৰ। সি যি হওক পৰভুয়ে স্ৰজন কৰিলৰ পৰা তয়ে ময়ে একে গল হয়েই ফুৰিছোঁ। এতিয়া বা কৰ কি।

পাপ — কি কৰিম অ'! তোৰ ডিঙি তল, মোৰ ডিঙি ওপৰ।

কুমতি—এৰা তাকেহে লাগে। তয়ে মৱে বেনিবা স্বৰগত কাকো একোসেকা দিব নোৱাৰি পিথবীলৈ নামি

আছিলো। পিচে পিথপীত্তো সেই গতি। আজি দোকানী, কালি বেপাৰী আজি নানা ভেশ ধৰিও কাৰো মতি-গতি লবাব পৰা নাই! ধৰ্ম্মৰ পৰতাপত পলাব লগাত পৰিছোঁ। কি কৰ?

পাপ—নেলাগে পলাব। মহাদেউ বেবাক খুজি অনা আফিঙেৰেই আমি ৰাইজ দখল কৰিব পাৰিম। এইয়া চা চোন; মই তিকিৰা খোৱা সকলো সজুলি আনিছো। ভালকৈ শিকাই বুজাই এজন মানক কানীয়া কৰি লব পাৰিলে, আমাৰ গা বল।

কুমতি খৈ দে সেই সোপা। ই তেনো কলি যুগৰ হে বস্তু। সইত যুগত আফিঙেৰে একো কৰিব নোৱাৰি।

পাপ—তেন্তে আমাৰ উপায?

কুমতি—তাকে'তো কব খুজিছো। এতিয়াহে যেনিবা কপাল মুকলি হল।

পাপ—কি হল অ'। কোনোবাই কোব মাৰি মুৰ ফুকাল কৰিলে নে কি?

কুমতি - মিছাকে হাইথন নকৰ। দৈব ঠাকুৰে কাণে কাণে কৈ গল শুনিলি হবলা?

পাপ কিবা ফুচফুচাই কোৱা শুনিছিলো তো।

কুমতি—তেনেহলে সেয়ে।

পাপ—ক চোন ক। ভালকৈ ক।

কুমতি—দেব পুৰোহিত বৃহস্পতিয়ে হেনো ভাই-বোৱাৰীত পতিত হৈ মনে মনে থকাত দৈত্যৰ পুৰোহিত শুক্ৰই

ভেদ ভাঙি দিলে। সেই দেখি মহাদেউৰ কথা মতে বৃহস্পতিয়ে তীর্থ ভ্ৰমণ কৰি ফুৰিছে। আৰু মহাদেউ বেবাই কৈছে হেনো যি দৰে বৃহস্পতিয়ে পৰৰ ভাৰ্য্যা হৰণ কৰিলে সেইদৰে তেওঁৰ ভাৰ্য্যাকো তেওঁৰ কোনো আপোন লোকে হৰণ কৰিলেহে কৰ্ম্ম বাসনা দূৰ হব।

পাপ—তেনেহলে মোৰ দিন উদয় হল।

কুমতি—আৰু আছে, কওঁ শুন।

পাপ—ক ভাই ক। শুনি আছো।

কুমতি—চন্দ্ৰক হেনো দক্ষ ৰজাই শাপ দিছে অগম্যা-গমন কৰিব লাগে বুলি।

পাপ—কিয় শাপ দিলে অ'।

কুমতি—দক্ষ ৰজাৰ একুৰি সাত জনী ছোৱালী চন্দ্ৰক বিয়া দিছিল নহয় অ'! পুৰুষৰ মন কোনে পায়? চন্দ্ৰই যেনিবা আটাই কেউজনীকে এৰি মাথোন ৰোহিণীক লগত লৈ ৰেইচা বিলাকৰ লগত আমোদ কৰি থাকে। এই কথা কান্দি-কাটি জীয়েকহঁতে বাপেকৰ ওচৰত গোচৰ দিয়াত দক্ষ ৰজাই চাবলৈ গৈ নিজ চকুৰেই চন্দ্ৰৰ কথা-কাৰখানা সোপাকে দেখি চন্দ্ৰকো শাপিলে আৰু চন্দ্ৰৰে এৰা-এৰি হব বুলি ৰোহিণীকো শাপিলে।

পাপ—পিচে এতিয়া কি হল?

কুমতি—পিচ এতিয়া কি হব! দৈৱ-ঠাকুৰে তাকে

আমাক কৈছে যে তেওঁ হেনো বলাই ঘটাই নি
চন্দ্ৰৰ হতুৱাই বৃহস্পতি ভাৰ্য্যা তাৰাদেৱীক হৰণ কৰাব।
আমি হেনো তেওঁৰ সহায় থাকিব লাগে।

পাপ—হয়নে কি? বল তেনে স্বৰ্গলৈকে আকৌ যাওঁ।

কুমতি—উঁহ্ পলম নাই। তুৰন্তে।

[ দুইৰো প্ৰস্থান ]

———— ——

## চতুৰ্থ দৃশ্য

শয়ন কক্ষ

[ ৰোহিণী ]

ৰোহিণী— যি দিনা পিতাই
নানা তিৰস্কাৰ কৰি
অভিশাপ দিলে মোৰ আৰাধ্য দেৱক,
সিদিনাৰ পৰা মই দেখিছো স্বামীৰ
মলিন মুখৰ কান্তি বিষাদেৰে ভৰা।
প্ৰভু দয়াময়!
গোটেই জগত জুৰি সকলো জীৱই
লভে শান্তি তোমাৰ কৃপাত।
নকৰা বঞ্চিত মোক,
যিদৰে কৈলাস ধামে

থাকে প্ৰভু ভোলানাথ
ভবানীৰ সঙ্গ,
সিদৰে ৰোহিণী-চন্দ্ৰ,
থাকে যেন চিৰ সুখে দাম্পত্য প্ৰেমেৰে।
[ চন্দ্ৰৰ প্ৰবেশ ]

চন্দ্ৰ— অকলে অকলে বহি উদাস নয়নে,
কি ভাবিছা ৰোহিণী সুন্দৰী !

ৰোহিণী— অন্য চিন্তা নাই একো নাথ!
তোমাৰ বিহনে মাথো
পল মোৰ যুগ সম হয় অনুভৱ ।

চন্দ্ৰ— এই চিন্তা ত্যাগ তুমি কৰা সুবদনি!
বিপদ তোমাৰ আহি চাপিছে ওচৰ ।

ৰোহিণী — কি শুনালা নাথ !
আকৌ বিপদ মোৰ চাপিছে ওচৰ ?
কোৱাঁ নাথ কি বিপদ,
কঁপিছে অন্তৰ মোৰ ।

চন্দ্ৰ— স্থিৰ হোৱাঁ অবলা ৰমণী !
বিপদৰ নাম শুনি নহবাঁ অস্থিৰ।
জানাতো সকলো তুমি !
কৰোঁতে তোমাৰ সহ পবিত্ৰ প্ৰণয়,
অভিশাপ পৰিল মমৰ
অগম্যা-গমন পাপে লিপ্ত হয় বুলি ।
সেই হেতু কৰিছোঁ মনত স্থিৰ—

আজিপৰা হয় মই অৰণ্য নিবাসী
সঙ্গ এৰি ৰমণীৰ হৈ ব্ৰহ্মচাৰী।
জানিবা প্ৰাণৰ মোৰ ৰোহিণী সুন্দৰী!
এয়ে মোৰ শেষ দেখা তোমাৰ লগত।
দিলোঁ স্বাধীনতা মই তোমাক সাদৰি,
ইচ্ছা হয় থাকাগৈ পিতৃৰ গৃহত,
নতু এই চন্দ্ৰলোকে কটোৱা জীৱন।

ৰোহিণী— কি কলা কি কলা নাথ!
পত্নী-ত্যাগ বাসনা তোমাৰ?
কোৱাঁ নাথ! কি দোষত
পৰিত্যাগ কৰা অধিনীক?

চন্দ্ৰ— বিশেষ কবৰ আক নাই ইচ্ছা মোৰ।
ভীষণ গৰলময় ৰমণী সমাজ;
ভয় হয়— দেখিলে নাৰীৰ মুখ
বাঢ়িব বেগেৰে পুনু ইন্দ্ৰিয় হেপাহ
চিৰ শান্তি লুপ্ত হব মোৰ।

ৰোহিণী— সেৱিকা মাথোন মই শ্ৰীচৰণৰ
ধৰ্ম্ম-নীতি বুজাবৰ
সাধ্য নাই অবলা বালাৰ।
কিন্তু নাথ প্ৰকৃত পক্ষত
স্বামীৰ মঙ্গল চিন্তা হিত সাধনত
আছে পূৰ্ণ অধিকাৰ সহধৰ্ম্মিণীৰ।
সেই অধিকাৰে প্ৰভু কওঁ শতবাৰ—

অগম্যা-গমন পাপে
পাব খোজে যদি পৰিত্ৰাণ
থাকা প্ৰভু মুগ্ধ হৈ
সৰলা অবলা এই ৰোহিণী প্ৰেমত।

চন্দ্ৰ— কি কলা ৰোহিণী!
দুৱাৰ মুকলি কৰি হিয়া মন্দিৰৰ
বহুবাই প্ৰেমৰ বেদীত
স্নেহৰ অঘোৰে পুনু পূজিম তোমাক?
অহ'হ'। নাৰী হৃদয়ৰ—
স্বাৰ্থময় কুটিলতা ৰাশি
নোৱাৰি বুজিব হায় পুৰুষ সমাজে,
অধিষ্ঠিত কৰি লয় হৃদি আসনত।
যেতিয়া বুজিব সবে নাৰীৰ ছলনা,
জগত স্তম্ভিত হব,
উলটিব সংসাৰৰ সোঁত,
শান্তিৰ শীতল ছাঁয়া পৰিব বিশ্বত।
ৰোহিণী ৰোহিণী মোৰ প্ৰাণৰ ৰোহিণী!
নকৰিবা আৰু তুমি প্ৰেম-ভাৱণেৰে
নিমজ্জিত পাপ-পঙ্কে মোক।

ৰোহিণী— প্ৰভু!
অবাঞ্ছিত কথা এনে কোৱা অযুগুত।
তোমাৰ পথৰ মই নহওঁ কণ্টক
পাপ-পঙ্কে নিমজ্জিত নকৰো তোমাক।

বাখিবা মনত নাথ!
পতি-পত্নী সম্মিলন নহয় লৌকিক।
জীৱাত্মা স্বৰূপ পত্নী,
যুক্ত হৈ পৰমাত্মা স্বৰূপ পতিৰে,
হয় সদা আগুৱান—
মহাপূৰ্ণ সমাধিৰ ফালে।
অপূৰ্ণ আত্মা তাৰ—
যাৰ হোৱা নাই
পত্নীসহ শুভ-পৰিণয়।
তেনেহলে কিয় নাথ!
মিছাকে আশঙ্কা কৰা
দেখিলে ভাৰ্য্যাৰ মুখ
নিমজ্জিত হবা বুলি ঘুৰ্ঘোৰ পাপত?

চন্দ্ৰ — ৰোহিনী! নিতান্তই হোৱা যদি সতী,
সাধা যদি স্বামীৰ মঙ্গল,
পাহৰা চন্দ্ৰক তুমি
অযাচিতে কৰি ক্ষুদ্ৰ স্বাৰ্থ বলিদান।

ৰোহিণী— পতি ধৰ্ম্ম, পতি কৰ্ম্ম
পতি মাত্ৰ ইষ্টগুৰু মোৰ।
সেই ইষ্টগুৰু মূৰ্ত্তি ধৰি হৃদয়ত
মহাসুখে কটাম জীৱন।
বিশুদ্ধ প্ৰেমৰ মোৰ,
প্ৰতিদান নোখোজো কদাপি।

যদি প্ৰভু অভাগীক দেখিলে চকুৰে,
হয় কিবা অশান্তি মনত
কদাপি নেথাকো হেনে আগত তোমাৰ।
স্বামীৰ প্ৰশান্ত মূৰ্ত্তি আঁকি হৃদয়ত
সুখেৰে কটাম মই জীৱন-যৌৱন।
কাকুতি কৰিছো প্ৰভু!
পৰিত্যক্তা যদিও ৰোহিণী
পাসাক্তে এবাৰ মাথো দিবা দৰশন।

চন্দ্ৰ— অসম্ভৱ! কৰ্ত্তব্যৰ ভীষণ হেঁচাত
একেবাৰে লোপ পাব
ৰমণীৰ স্মৃতি যত আছে অন্তৰত।

ৰোহিণী— সেয়ে হ'ক তেনে।
বেজাৰত চকুপানী টুকি
অনাহক অমঙ্গল নিচিন্তো স্বামীৰ।
ক্ষমিবা সকলো দোষ
ভক্তি ভৰা যাচিছো প্ৰণাম।

[ নমস্কাৰ কৰি ৰোহিণীৰ প্ৰস্থান ]

চন্দ্ৰ— চন্দ্ৰ! কাতৰ নোহোৱা যেন,
ভাৰ্য্যাৰ বিষাদপূৰ্ণ কৰুণ দৃষ্টিত
ভুলি নিজ কৰ্ত্তব্য মহান।

[ ঐক্যতান বাদন ]

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### নদী তীৰ

[ গীত গাই গাই ৰোহিণীৰ প্ৰবেশ । ]

### গীত

সংসাৰৰ খেলা হ'ল অৱসান ;
দিয়া প্ৰভু আজি শান্তি দান ।
অনন্ত আন্ধাৰ ঘোৰ, ঘেৰিছে চৌদিশে মোৰ
উচুপি উঠিছে নীৰৱে প্ৰাণ ;
জয় শিব সুন্দৰ জয় প্ৰেম সুধাকৰ
দিয়া আজি মোক চৰণে স্থান ॥

( গীতৰ অন্তত অন্যমনা হৈ )

এই যে দিগন্তব্যাপী—
মন প্ৰাণ মুগ্ধ কৰা নিবিৰ কানন,
ইয়াতেই কৰি বাস সিদ্ধ মুনি সবে
কৰে শান্তি উপভোগ ।
সউ যে বিস্তীৰ্ণকায় আছে গিৰিৰাজ—
পিন্ধি শিৰে হৰ্ষমনে ধবল কিৰীটি,
চাই আছে কেউপিনে
শান্তিময়ী প্ৰকৃতিৰ প্ৰশান্ত মূৰতি ।

কিন্তু এই ৰোহিণীৰ
লেশ মাত্র শান্তি নাই ক'ৰো।
বিৰহ অনলে সদা দগ্ধ দেহ মন
ক'তো প্ৰাণ নপৰে শীতল।
হে প্ৰভু দয়াময়!
দিয়া মোক চৰণে আশ্ৰয়,
নিজেই অসিৰে আজি হৃদয় বিদাৰি
অনন্ত কালৰ হেতু
ভুলোঁ যত সংসাৰৰ শোক।
[ হিয়াত অসিৰে খোচ মাৰিব খোজে,
এনেতে বেগেৰে বৃহস্পতিৰ প্ৰবেশ ]

বৃহস্পতি— স্থিৰ হোৱাঁ বালা!
[ লৰালৰিকৈ হাতত ধৰে ]

ৰোহিণী— ( সভয়ে )
কোন তুমি এই অৰণ্যত?
ৰক্ষা কৰা দয়াময়
নষ্ট হয় অবলাৰ সতীত্ব ৰতন!

বৃহস্পতি— নকৰা আশঙ্কা দেবি!
নহওঁ দুৰন্ত দস্যু
দেৱ-গুৰু বৃহস্পতি হিতৈষী তোমাৰ।
আবদ্ধ দয়াৰ পাশে ভিখাৰী ব্ৰাহ্মণ
সেই হেতু কৰ্ত্তব্যৰ বশে,
আত্ম-হত্যা কৰা দেখি ধৰিলো তোমাক।

বোহিণী— বৃহস্পতি! তুমি দেব-গুৰু বৃহস্পতি ?
দেৱ। পৰম সৌভাগ্য মোৰ
অন্তিমত হ'ল দেখা গুৰুৰ চৰণ।
গুৰুদেৱ! গুৰুদেৱ!
স্বামী উপেক্ষিতা মই
দলিতা ফণিনী সম,
মোক হত্যা কৰি দেৱ।
কৰা তুমি জগতৰ মঙ্গল সাধন।
নতু কৰা পৰিত্যাগ,
জীবনৰ অভিনয়
ইমানতে কৰো অৱসান।

বৃহস্পতি— মোহান্ধ যুৱতি।
আত্ম-হত্যা কৰিবৰ নাই অধিকাৰ।
তোমাৰ এই বিনন্দীয়
তৰুণ লাৱণ্য আভা মনমোহা ৰূপ,
কাৰ সৃষ্টি জানিছানে বালা ?

ৰোহিণী— মূৰ্খ আমি,
কিদৰে বুজিম ?

বৃহস্পতি— তেনেহলে কিয় তুমি
অকালতে প্ৰাণনাশ কৰিব খুজিছা ?
সৃষ্টি ৰক্ষা নীতি মতে
সুখ দুখ সম ভাবে ঘুৰিছে সদায়।
দুখেই সুখৰ হেতু ;

দুখ নেথাকিলে
সুখ সম্পদৰ মোল বুজিবা কিদৰে ?

ৰোহিণী— সুখৰ সংসাৰ মোৰ
বিভীষিকা শ্মশানত হল পৰিণত
দগ্ধ প্ৰাণ কতো মোৰ নপৰে শীতল।
উস ! মিছা হল নোবাৰিলো
নুবুজিলো ছলনা বিধিৰ।

বৃহস্পতি— বিচিত্ৰ সংসাৰ গতি
কাৰ সাধ্য বুজি পায় বিধিৰ বিধান।
আহা বালা !
তোমাৰ নিচিনা কৰি স্বামীৰ শোকত
আছে মোৰ ধৰ্ম্মপত্নী তাৰা মহা সতী।
তেওঁৰ লগতে তুমি থাকিবা সুখেৰে,
নহয় যেতিয়ালৈকে চন্দ্ৰেৰে মিলন।

ৰোহিণী— অসম্ভৱ গুৰুদেৱ !
স্বামীৰ মিলন-বাঞ্ছা
কল্পনাত গাঁথা মাত্ৰ আকাশ-কুসুম।

বৃহস্পতি— অসম্ভৱ নেভাবিবা দেবি !
একেলগে দুটি প্ৰাণ মিলিছে যেতিয়া—
ৰব মিলি চিৰ দিন যুগ যুগান্তৰে।
আহা বালা !
অপেক্ষা কৰাৰ আৰু নাই প্ৰয়োজন।

[ দুয়োৰো প্ৰস্থান ]

## দ্বিতীয় দৃশ্য

তপোবন

[ হাতত ফুলৰ কুকি লৈ গীত গাই ফুলনিত তাৰা ]

### গীত

যাবনে বিফলে জীবন যৌবন;
বলিছে প্ৰাণত আশা-সমীৰণ।
বসন্ত পৰশ পাই উলাহত,
বিহঙ্গে গায় মধুৰ তানত
সৌন্দৰ্য্য ভূষিত
বন কুসুমিত
যুৱতীৰ প্ৰাণ শিহৰণ।
আকাশে চুমিছে সুনীল সাগৰ,
প্ৰতিদান তাৰ পানীৰ লহৰ
কাৰ পৰশত
প্ৰেম তৰঙ্গত
আনন্দত হেন্দোলি উঠিব প্ৰাণ ?

তাৰা — সোণালি সপোন ৰচি আশা আকাঙ্ক্ষাৰ
দিলো ভৰি ভৰ যৌবনত—

তথাপিতো আজিল'কে নেপালো স্বামীৰ
পৰাণ শীতলকাৰী প্ৰেম-সম্ভাষণ।
আছিল বসন্ত কাল, বলিলে মলয়া,
গালে গান সুমধুৰ কুলি কেতেকীয়ে,
নতুন পৰশ পাই নব বসন্তৰ।
কিন্তু আজি দুখিনী তাৰাৰ
আশা-লতা মৰহি শুকাল
চকুত জিলিকি উঠে মায়া-মৰীচিকা।

[ বৃহস্পতি আৰু ৰোহিণীৰ প্ৰবেশ ]-

বৃহস্পতি তাৰা! তাৰা!!

তাৰা নাথ! নাথ! পৰিল নে মনত আজি
অভাগিনী এই তাৰালৈ।
[ ওচৰচাপি পদধূলি লয় ]

বৃহস্পতি— ক্ষমা কৰা তাৰা
অপৰাধী নকৰিবা মোক।
কৰ্ত্তব্যৰ বশে ময়ো
পাৰত্যাগ কৰিছোঁ যদিও
মন কিন্তু তোমাৰ কাষত।

তাৰা— মিছা কথা! তাপস হৃদয়,
মৰু 'সম;
নাই তাত প্ৰেমৰ কণিকা।

বৃহস্পতি— সঁচা দেবি! তাপস হৃদয় মোৰ,
কৰ্ত্তব্যত ভীষণ কঠোৰ।

কিন্তু তাৰা প্ৰকৃত পক্ষত
নিৰ্ম্মল বিশুদ্ধ প্ৰেম স্নেহ সৰলতা
তপস্বীৰ তপস্যা প্ৰধান ।
যদিও ৰ'দৰ তাপে,
মাটি ফালি হয় ছিৰাছিৰ
কিন্তু সেই বুকতেহে
সুকোমল পদুম মুকলি ।
তাৰা ! তাৰা !
নকৰিবা তুমি আৰু প্ৰেম-সম্ভাষণ ।
তোমাৰ নিচিনা এটি সৰলা প্ৰতিমা
পৰিত্যাগ কৰি অত দিনে
যি ব্ৰতৰ ব্ৰতী আজি গুৰু বৃহস্পতি
সেই ব্ৰত অলপতে হব অৱসান ।
তেতিয়া অপূৰ্ণ মোৰ অৰ্দ্ধাঙ্গ শৰীৰ
মিলিবহি তোমাৰ লগত
হব পশু সুখৰ সংসাৰ ।
মাথো এই বালিকাৰ হেতু
উপস্থিত অসময়ে এই আশ্ৰমত ।

তাৰা— কোৱা নাথ !
কোন এওঁ ৰূপহী গাভৰু ।

বৃহস্পতি — সতি !
প্ৰজাপতি দক্ষকন্যা ৰোহিণী সুন্দৰী
মৰমৰ শিষ্য মোৰ চন্দ্ৰৰ ললনা ।

স্বামী পৰিত্যক্তা হৈ অদৃষ্ট ফেৰত
আত্ম-হত্যা কৰিব খোজাত,
তোমাক সপিম বুলি আনিছো সাদৰি।
সপিলোঁ তোমাক প্ৰিয়ে,
কন্যা ৰূপে পালিবা যত্নেৰে
কষ্ট যেন নহয় বালাৰ।

তাৰা— সৌভাগ্য মোৰেহে নাথ।
পালে এটি সঙ্গিনী তাৰাই।
স্নেহৰ ভনীটি সম থাকিব ৰোহিণী
সকলো কাৰ্য্যত হব তাৰাৰ সহায়।

বৃহস্পতি— সেয়ে অভিপ্ৰায় মোৰ।
থাকিবা সুখেৰে দুয়ো কৰো আশাৰ্ব্বাদ
সকলো কাৰ্য্যত শুভ হক উভয়েৰে।
থাকা প্ৰিয়ে মাগিলো বিদায়,
কাৰ্য্য মোৰ শেষ ইমানতে।

তাৰা— কাকুতি কৰিছো দেৱ!
পাওঁ যেন সোনকালে
দৰশন পাদ-পদ্ম তব।

ৰোহিণী— ইন্দ্ৰ চন্দ্ৰ দেৱ সবে পূজে যাৰ পদ
ধন্য মই সেই পদ কৰি নমস্কাৰ।
ভক্তিৰে প্ৰণাম দেৱ যাচিছো পাবত
তুষ্ট প্ৰভু হবা নিজ গুণে।

[ আঠুকাঢ়ি সেৱা কৰে ]

বৃহস্পতি— কৰো আশীৰ্ব্বাদ,
থাকা দুয়োজনে মিলি পৰম সুখেৰে।
[ বৃহস্পতিৰ প্ৰস্থান ]

তাৰা— প্ৰাণৰ ভনীটি!
পথশ্ৰমে অৱসন্ন তোমাৰ শৰীৰ,
দুখৰ কাহিনী বাক শুনিম পাচতো।
অলপ আহাৰ কৰি
বৰ্ত্তমানে লোৱা গ'ই অলপ বিশ্ৰাম।
[ দুইকো প্ৰস্থান ]

———

## তৃতীয় দৃশ্য

অৰণ্য

[ উন্মত্ত ভাৱে চন্দ্ৰৰ প্ৰবেশ ]

চন্দ্ৰ— বিচাৰি বিচাৰি মোৰ ৰোহিণী প্ৰিয়াক
সোমালোহি ঘোৰ অৰণ্যত;
কাৰো কতো নাই সমাগম।
মাথোন দূৰৈত সউ পৰ্ব্বত মালাই—
চন্দ্ৰৰ দুৰ্গতি দেখি,
বিদ্ৰূপিছে হৰ্ষ মনে কৰি উচ্চ শিৰ।

হে গিৰিৰাজ !
কৰিছো কাকুতি মই দিয়া সম্বিধান
আছেনে ৰোহিণী প্ৰিয়া তোমাৰ কোলাত ?
অহ'হ' ! প্ৰিয়াৰ লাৱণ্য ৰূপ পৰিলে মনত,
অশ্ৰু-কণা বয় নয়নত
কঠুৱা হৃদয় মোৰ
ভাঙি ছিঙি হয় ছাৰখাৰ।
উঃ কোনে কৰে জগতত
বিনা দোষে বিসৰ্জ্জন অবলা বালাক।
ৰোহিণী ৰোহিণী মোৰ প্ৰাণৰ ৰোহিণী !
ক্ষমা কৰা অপৰাধ তোমাৰ স্বামীৰ।
ক'ত আছা দিয়া দৰশন।
ইকি ! কোনে গায় সুধা-কণ্ঠে ঘোৰ অৰণ্যত ?
[ গীত গাই গাই নাৰদৰ প্ৰৱেশ ]

## গীত

### ৰাগ—কেদাৰ

পায়ে পৰি হৰি, কৰহোঁ কাতৰি, প্ৰাণ ৰাখবি মোৰ।
বিষয়-বিষধৰ বিষে জৰজৰ জীৱন নাৰহে থোৰ ॥
অথিৰ ধন জন জীৱন যৌবন
অথিৰ এহ সংসাৰ।
পুত্ৰ পৰিবাৰ সবহি অসাৰ
কৰবোঁ কাহেৰি সাৰ ॥

কমল-দল-জল চিত্ত চঞ্চল
থিৰ নহে তিল এক।
নাহি ভয়ো ভৱ—' ভোগে হৰি হৰি
পৰম পদ পৰতেক ॥
কহতু শঙ্কৰ এ দুঃখ সাগৰ
পাৰ কৰু হৃষীকেশ।
তুহু গতি, মতি দেহু শ্ৰীপতি
তত্ত্ব পন্থ উপদেশ ॥
—( মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ )

চন্দ্ৰ— কৰিছোঁ প্ৰণাম প্ৰভু
দোষ মোৰ কৰা মৰিষণ।

নাৰদ— সুধাকৰ!
তোমাৰ প্ৰাক্তন মোৰ নোহে অবিদিত,
পথ-ভ্ৰান্ত তুমি জগতত।
বিনা দোষে পত্নী ত্যাগ কৰি শশধৰ
অভিশাপ ব্যৰ্থ তুমি নোৱাৰা কৰিব,
ভোগ বিনে কৰ্ম্মফল নহব খণ্ডন

চন্দ্ৰ— মুনিবৰ!
ভাগ্যলিপি বিধাতাৰ
খণ্ডাবৰ শক্তি নাই বুলি
কাৰ্য্য আৰু কাৰণত
এতিয়াহে পাৰিছো বুজিব।

জানিবা নিশ্চয়
শক্তিৰ পৰীক্ষা অৰ্থে অশুভ সৃজন
গুৰুৰ অকৰ্ম্ম এই
শক্তিৰ পৰীক্ষা মাথো যত দেৱতাৰ।

স্বৰ্গ— সাধ্য নাই বুজিবৰ
নিয়তিৰ উদ্দেশ্য মহান।
কোৱাঁ দেৱ!
কিনো উপায়েৰে
হব পুনু গুৰুৰ উদ্ধাৰ।

ধৰ্ম্ম— নিজ কৰ্ম্ম-ফল ভোগ বিনে
পাপ খণ্ডাবৰ শক্তি নাই অন্য কাৰো।
কৰ্ম্ম-ফল আশ্ৰয় কৰিলে
পাপমুক্ত হব গুৰুদেৱ।
থাকা স্বৰ্গ যাওঁ,
অলপতে হয় মোৰ বিকল শৰীৰ।

[ ধৰ্ম্মৰ প্ৰস্থান ]

[ কৰ্ম্ম-ফলৰ প্ৰৱেশ ]

কৰ্ম্মফল— সঁচা দেৱ!
কৰ্ম্মফল ভোগ বিনে,
দুষ্কৃতিৰ ফল নাযায় খণ্ডন।
কৰিব খুজিছা যদি
বৃহস্পতি পাপ বিমোচন
উত্তম মহেন্দ্ৰক্ষণ এয়ে উপস্থিত।

নাৰদৰ নিৰ্দ্দেশত
বিচাৰি লইছে চন্দ্ৰ ৰোহিণী দেৱীক
অলপতে বৃহস্পতি আশ্ৰম পশিব।
নকৰা পলম আৰু
মদন বসন্ত দেৱ পঠোৱা তুৰন্তে—
কাম-বাণ পঞ্চ-শৰ নিক্ষেপি বুকুত
কৰক চন্দ্ৰৰ দ্বাৰা তাৰাক হৰণ।
তেতিয়া অৱশ্যে হব
পাপমুক্ত গুৰু বৃহস্পতি।

স্বৰ্গ— এনে কাৰ্য্য উচিত দেৱৰ?
এটি প্ৰাণী উদ্ধাৰৰ বাবে
দুটি প্ৰাণী নিক্ষেপিম
চিৰদিন নৰকৰ অতল গভত?
বিশেষতঃ, গুৰু-পত্নী অপৰাধে
অপৰাধী হব দেৱলোক।

কৰ্ম্মফল— কৰ্ম্মফল খণ্ডাবৰ নাই শক্তি কাৰো।
গুৰুৰ উদ্ধাৰ অৰ্থে
পত্নী-বলি আৱশ্যক হইছে যেতিয়া,
অৱশ্যেই দিব লাগে পত্নী-বলি দান।
উভয়ৰ কৰ্ম্মৰ মাজত,
অচ্ছেদ্য কৰ্ম্মৰ ফল হ'ক প্ৰতিভাত
মদন বসন্ত আজি পঠোৱা তুৰন্তে।
[ কৰ্ম্মফলৰ প্ৰস্থান ]

স্বৰ্গ— হতগৰ্ব্ব স্বৰ্গ আজি
বুজা নাই হতজ্ঞান স্বৰ্গে ? পণ্ডিয়া ।
কৰ্ত্তব্যৰ সুক্ষ্ম সুবিচাৰ ।
বসন্ত মদন ! সাধা দেৱ-কাজ
হোৱাঁ আহি স্বৰ্গৰ সহায় ।

[ বেগেৰে মদন বসন্তৰ প্ৰৱেশ

মদন— কৰিছোঁ পণাম দেৱ !
ৰাঙীৰ পদত ।
কোৱাঁ দেৱ !
অকালত কিয় আজি কৰিলে আহ্বান

স্বৰ্গ— সৌন্দৰ্য্য সেৱক দুয়ো বসন্ত মদন,
অঙ্গী ভঙ্গী হাব ভাব
সৌন্দৰ্য্যে মণ্ডিত সদা দুয়োৰে শৰীৰ ।
সাধি দেৱ-কাজ
কৰা দুয়ো জনে আজি সৌন্দৰ্য্য সাৰ্থক ।

বসন্ত— কোৱাঁ দেৱ !
আছে কিনো কৰ্ত্তব্য দাসৰ ?

স্বৰ্গ— চন্দ্ৰৰ দ্বাৰাই
হব লাগে গুৰু-পত্নী তাৰাৰ হৰণ ।
ঋতুৰাজ বসন্ত সুন্দৰ !
তব পৰশত
হক তাৰা পৰম ৰূপসী
হয় যেন সৌন্দৰ্য্যৰ পূৰ্ণ পয়োহৰ ।

মদনৰ পঞ্চ-শৰে
বাঢ়ে যেন কাম-কলা শশাঙ্ক তাৰাৰ
শুনা এয়ে আদেশ স্বৰ্গৰ।

মদন— অদ্ভুত আদেশ দেৱ!
পঞ্চ-শৰ হানি, কি দৰে পেলাম মই
নিষ্কলঙ্ক চন্দ্ৰক পাপত?
কি দোষত কৰাম হৰণ—
মহামূল্য ৰমণীৰ সতীত্ব ৰতন?

বসন্ত— ইকি দেৱ! উচিত নির্দ্দেশ?
মহা-পাপ অভিনয় কৰিবৰ বাবে
সৃষ্টি হল নে কি মদনৰ?
ক্ষমা কৰা অপৰাধ,
শুনি এনে বাণী, কঁপিছে হৃদয় মোৰ

স্বৰ্গ- নকৰিবা অযথা সংশয়।
ই কাৰ্য্যত হব পুণ্য
বৃহস্পতি পাপ-মুক্ত হব অলক্ষাতে।
নকৰা পলম আৰু
যোৱা শীঘ্ৰে বৃহস্পতি তপোবনলৈ।

মদন বসন্ত— শিৰোধাৰ্য্য আদেশ স্বৰ্গৰ।

[ মদন বসন্তৰ প্ৰস্থান ]

স্বৰ্গ— অধিকাৰ মাথো আছে কৰ্ম্মত আমাৰ
ফলাফল বিভুৰ হাতত।

[ প্ৰস্থান ]

অবাৰত বিসৰ্জ্জন কৰি ৰোহিণীক
হিয়া মোৰ কৰিলো জুকলা
জীৱনৰ সুখ-শান্তি গুচালো সমূলি।
ৰোহিণী! ৰোহিণী! মোৰ সাধ্বী ৰোহিণী!
কৰিবানে ক্ষমা মোৰ মহা অপৰাধ?

নাৰদ— দেৱ দুখে দুখী আমি।
দেৱৰ মঙ্গল আৰু হিত সাধনত
চিৰ দিন নাৰদৰ উদাৰ হৃদয়।
সিকাৰণে অযাচিতে
দূতকৰ্ম্ম কৰো সকলোৰে।
সুধাকৰ!
নাই এই অৰণ্যত ৰোহিণী তোমাৰ
বৰ্ত্তমান গুৰুৰ আশ্ৰিত।
যোৱা শীঘ্ৰে শশধৰ
বৃহস্পতি তপোবনলৈ।

চন্দ্ৰ— দেৱ! দেৱ!
এই শুভ সম্বাদৰ যোগ্য প্ৰতিদান
কি দিম অধমে?
লোৱা হৃদয়ৰ প্ৰভু ভক্তিৰ আঁজলি।

নাৰদ— লভা সুখ সুধাকৰ!
ভাৰ্য্যা দৰশন কৰি জুৰোৱা নয়ন।

চন্দ্ৰ— ৰোহিণী! ৰোহিণী!
[ উন্মত্ত বেশে বেগেৰে প্ৰস্থান ]

নাৰদ— চোৱা, চোৱা দিব্যধামবাসী
পতি-পত্নী আকৰ্ষণ
কেনেকুৱা বিধিৰ বিধান।
কোনে পায় সুখ,
নিজ-ভাৰ্য্যা বিনা দোষে কৰি বিসৰ্জ্জন।
[ নাৰদৰ প্ৰস্থান ]

— — — —

## চতুৰ্থ দৃশ্য

### প্ৰান্তৰ

[ স্বৰ্গ আৰু ধৰ্ম্ম ]

স্বৰ্গ— তুমি ধৰ্ম্ম স্বৰ্গ মই।
তোমাৰ কিৰণে
সদা আলোকিত দেহ মোৰ !
তোমাৰ দয়াৰ গুণে.
পাপ অন্ধকাৰে মোক নোৱাৰে স্পৰ্শিব
পুণ্যজনে সদা
অনন্ত আনন্দে বাস কৰে
মোৰ এই মহা-পুণ্য পবিত্ৰ ধামত।

পাৰিজাত পৰিমল,
নন্দনৰ মনমোহা শোভা,
সকলোটি মোৰ অধীনত।
সৌন্দৰ্য্যৰ মহাৰাণী অপ্সৰাসৱৰ
সুমধুৰ গীত-বাদ্য মোহন নৰ্ত্তন
অনন্ত সৌন্দৰ্য্য ৰাশি মোৰ কাৰণেই।
কিন্তু ধৰ্ম্ম।
কিবা এটি অজানিত ভাবে
ম্লান হ'ল তোমাৰ কিৰণ,
তাৰ লগে লগে মোৰো এই স্বৰ্গ-ৰাজ্য
ধ্বংস যেন হব অলপতে
হয় এনে অনুমান।
কোৱাঁ ধৰ্ম্ম। কিবা অপৰাধ মোৰ?

ধৰ্ম্ম— নহয় তোমাৰ অপৰাধ।
যি দিনাৰ পৰা
স্বৰ্গচ্যুত নিৰুদ্দেশ হ'ল বৃহস্পতি
সিদিনাৰ পৰা
যজ্ঞৰ পবিত্ৰ বেদী অমৰ ৰাজ্যৰ
শ্মশানত হল পৰিণত।
শ্মশান প্ৰেতৰ স্থান
যোগ্য নোহে দেৱৰ নিবাস।
সিকাৰণে শূন্য স্বৰ্গ।
হল ম্লান ধৰ্ম্মৰ কিৰণ।

স্বৰ্গ— তেনেহলে কি উপায় কৰিলে আশ্ৰয়
যজ্ঞৰ পৱিত্ৰ গন্ধে
আমোদিত হব পুনু স্বৰ্গৰাজ্য মোৰ,
আৰু হব বিকশিত তোমাৰ কিৰণ।

ধৰ্ম্ম— বৃহস্পতি যোগ্য পুৰোহিত
আছে কোন দেৱ সমাজত?
গুৰুৰ আসন শূন্য থাকিলে স্বৰ্গত
ইন্দ্ৰ সূৰ্য্য হুতাশন,
বৰুণ কুবেৰ আদি সকলো দেৱৰ
হীন শক্তি হীন আভা দেখিবা চকুৰে।

স্বৰ্গ— ভ্ৰষ্টাচাৰী বৃহস্পতি
প্ৰতিষ্ঠিত হলে পুনু গুৰু-আসনত
হব নেকি স্বৰ্গৰ কল্যাণ?
বুজা নাই মৰ্ম্ম একো
কোৱা দেৱ! ভাঙি ছিঙি মোক।

ধৰ্ম্ম— শুনা স্বৰ্গ!
পুৰোহিত চিৰ দিন যিজন দেৱৰ,
সদা বাস যাৰ মহা পৱিত্ৰ ধামত
সেই বৃহস্পতি মহাত্মাক
নিক্ষেপিবা চিৰ দিন,
নৰকৰ মহা সমুদ্ৰত?
গুৰু বৃহস্পতি বিপদত
নাই নেকি কৰ্ত্তব্য দেৱৰ।

## পঞ্চম দৃশ্য

তপোবন

[ তাৰা ]

তাৰা— অদম্য যৌৱন মোৰ।
আনন্দ বিজুলী যেন
কিযে আচৰিত ভাবে,
মন প্ৰাণ একেবাৰে
মায়ামোহে কৰে আৱৰণ।

[ গীত গাই গাই মদন বসন্তৰ প্ৰৱেশ

মদন বসন্ত— **গীত**

অৰুণ কিৰণ
সোণৰ বৰণ
হক দেবা তোমাৰ আনন॥
শান্তি নিকেতন
বসন্ত মদন
সজাওঁ প্ৰেমৰ সিংহাসন
আহিব মিলন
হৃদয় ৰঞ্জন
হয় যেন প্ৰেমে নিমগন॥

[ মদন বসন্তৰ প্ৰস্থান ]

[ চন্দ্ৰৰ প্ৰৱেশ ]

চন্দ্ৰ— এয়েই গুৰুৰ তপোবন ।
ৰোহিণী ! ৰোহিণী ! কোন আছা তুমি ?
( সচকিতে )
আধা বন্ধা খোপাটিৰে হাঁহো হাহো কৰি
কোন এওঁ ভুবনমোহিনী দেৱবালা ?
আহা কি সুন্দৰ,
অপৰূপ ৰূপৰ জেউতি ৰমণীৰ !
মুখৰ মিচিকি হাঁহি,
কটাক্ষ চকুৰ,
কৃষ্ণবৰ্ণ কেশদাম দেখি তুটি স্তন
বৈ গ'ল সিৰে সিৰে বিদ্যুৎ প্ৰবাহ ।
কোন এওঁ ?
পৰাণৰ অধিশ্বৰী দেৱী
দক্ষ-কন্যা ৰোহিণী সুন্দৰী ?
অসম্ভৱ ! ইমান লাৱণ্য ৰূপ
কদাপি নহয় মোৰ ৰোহিণী প্ৰিয়াৰ ।
আচৰিত ! আচৰিত ! অতি আচৰিত ॥
কনক কিৰণে আৰু অতুল সৌন্দৰ্য্যে
কোন ইটি ৰমণী ৰতন ?
সৌন্দৰ্য্যৰ অৱৰ্ণীয় কিৰণ মালাৰে
আবৰিত গোটেই শৰাৰ
চিনো চিনো কৰে কিন্তু চিনিব নোৱাৰোঁ ।

( ওচৰ চাপি )
কোন তুমি দেৱি ?
পৰিচয় দানে
কৰা মোৰ সন্দেহ ভঞ্জন ।

তাৰা— পৰিচয় কিবা প্ৰয়োজন ?

চন্দ্ৰ – ( মনতে ) আহা কি মধুৰ
ললিত মাতৰ ধ্বনি ।
কোন এওঁ ?
ৰম্ভা তিলোত্তমা নেকি উৰ্ব্বশী মেনকা
কিম্বা শচী ইন্দ্ৰৰ ললনা ।
( প্ৰকাশ্যে )
কিবা প্ৰয়োজন দেৱি শুনিবা পাছত
পৰিচয় দিয়া মোক আগেয়ে তোমাৰ ।

তাৰা— যৌৱনলাঞ্ছিতা মই
এয়ে মোৰ সত্য পৰিচয় ।
স্বামীৰ বিৰহে মোৰ সদা দগ্ধ প্ৰাণ
তপত চকুলো মাথো
অভাগীৰ প্ৰেম প্ৰতিদান ।

চন্দ্ৰ— কি কি ? পৰাণৰ অধিশ্বৰী মোৰ
তুমি নেকি ৰোহিনী সুন্দৰী ?
ক্ষমা কৰা দেৱি ।
শোকত আতুৰ হেতু
চিনা নাই চকুৱে তোমাক । [ ধৰিব খোজে ]

তাৰা— কাক তুমি বুলিছা ৰোহিণী ?
গুৰুৰ মহিষী তাৰা মই ।

চন্দ্ৰ ( সচকিতে )
গুৰু-পত্নী তাৰা মহা দেৱী ।
সৰ্ব্বনাশ !
কাম-ভাবে গুৰু-পত্নী সহ
কৰি মই প্ৰেমৰ আলাপ
মহাভাগী হলো নৰকৰ !
ক্ষমা কৰা, ক্ষমা কৰা দেৱি ।
মোৰ এই মহা অপৰাধ ।
কামাতুৰ ক্ষুধাতুৰ,
জ্ঞানশূন্য হয় সময়ত ।

তাৰা— কি দোষৰ বাবে
ক্ষমা খোজা মোৰ ওচৰত ?
প্ৰেমিকাৰ সহ
ৰহস্য আলাপ কৰা
দোষ বুলি নেভাবিবা সমূলি মনত ।

চন্দ্ৰ— ( মনতে ) গুৰু-পত্নী তাৰা ।
নে কি দানৱী ৰাক্ষসী ?
কোন এওঁ স্বৰ্গবাসিনী
গুৰু-পত্নী তাৰা যদি হয়
কৰিব কিয়নো বাক
চন্দ্ৰ প্ৰতি এনে মধুৰ প্ৰেম-সম্ভাষণ ?

কোৱাঁ মোক মধুৰ ভাষিণি।
সত্য নেকি তুমি তাৰা দেৱী?

তাৰা— ছলনাৰ কিবা প্ৰয়োজন?
তাৰা মই;
প্ৰেম-ভিখাৰিণী, তোমাৰ প্ৰেমৰ।

চন্দ্ৰ— ( মনতে )
গুৰু-পত্নী জননীৰ ইকি আচৰণ!
প্ৰত্যেক কথাতে
কুৎচিত প্ৰেমৰ মাথো কৰিছে ইঙ্গিত।
উজ্জ্বল নয়নভঙ্গী
প্ৰত্যেক কটাক্ষে
প্ৰেম ভাবে পৰশিছে মোক।
( প্ৰকাশ্যে )
দেৱি! দেৱি!
এনে অনুচিত ভাব
কিয় এই সন্তানৰ প্ৰতি?
নিৰ্ম্মল শৰীৰ যাৰ,
পবিত্ৰ কিৰণে যাৰ বিয়পে গগন
তাক কিয় নিক্ষেপিবা পাপ-গহ্বৰত?
ক্ষমা কৰা দেৱি!
তোমাৰ ই দাসে,
আচৰিব নোৱাৰিব কদাপি অন্যায়,
ধৰ্ম্ম মই বিসৰ্জ্জন নোৱাৰোঁ কৰিব।

[ গাত গাই গাই মদন বসন্তৰ পুনঃ প্ৰৱেশ

( ওপৰৰ গীতাংশ )

মদন বসন্ত— এই ত্ৰিভুবন
কৰো বিমোহন
ফুলিব দেহত নৱ যৌৱন।
হানি ফুল-বাণ
জৰ জৰ প্ৰাণ
নিতে কৰো মন উচাটন ॥

তাৰা— শশধৰ!
চকুৰ মাগোঁ
নকৰিবা প্ৰত্যাখ্যান তাৰাৰ প্ৰস্তাৱ।
হিয়াৰ অতিথি তুমি,
কৰা মোৰ বাসনা পূৰণ।

চন্দ্ৰ ( মনতে )
ই কি! বিজুলী বেগেৰে,
কিযে এক তীব্ৰ শকতিয়ে
কৰিলেহি স্পৰ্শ মোৰ সমগ্ৰ শৰীৰ।
কিহৰ কাৰণে
অৰণ্যে অৰণ্যে ভ্ৰমি
পালো আহি এই তপোবন ?
ৰোহিণীৰ প্ৰেম-পিয়াহত ?

সেয়ে যদি হয়
কিয় তেনে উপেক্ষিম তাৰাৰ যৌবন।
নোহেতো কদাপি হীন ৰোহিণীত কৰি
তাৰাৰ সুন্দৰ এই ৰূপৰ জেউতি।
আহা কি চিকুণ,
যৌবন সৌন্দৰ্য্য লই উজ্বলে কামিনী।
ই কি!
কিয় অকস্মাতে হল পাপ-লিপ্সা মোৰ?
স্থিৰ হ কামুক হৃদয়,
সংযমৰ সময়ত নহবি অস্থিৰ।
চন্দ্ৰ! চন্দ্ৰ!
কিয় তই পাপ-কথা আলোচি মনত
নৰকৰ যন্ত্ৰ আৰম্ভিলি?
মহাসতী তাৰা দেবী গুৰু-পত্নী মোৰ,
সেই গুৰু-পত্নী হৰি,
নিমজ্জিত হব খোজ দুৰ্ঘোৰ পাপত?
[ ভাবে ]

[ গীত গাই গাই মদন-বসন্তৰ পুনঃ প্ৰবেশ ]
( ওপৰৰ গীতাংশ )

মদন-বসন্ত— হক মুনিজন
হক সিদ্ধজন
হক মহাযোগী ত্ৰিলোচন।

এই পঞ্চ-বাণ
কৰিলে সন্ধান
সকলো এৰি বিচাৰে মিলন ॥

বসন্ত — ঋতুৰাজ বসন্তৰ সকলো সৌন্দৰ্য্য
দিলো দেৱী তোমাৰ অঙ্গত।
সুন্দৰ যুৱতী ৰূপ কৰি নিৰীক্ষণ
হক চন্দ্ৰ প্ৰেমত মগন। [ বাণ নিক্ষেপ ]

মদন — কুসুমিত কাম-বাণ কৰিলো নিক্ষেপ
কৰা চন্দ্ৰ যুৱতীৰ প্ৰেম-সুধা পান।
[ কাম-বাণ নিক্ষেপ কৰি মদন-বসন্তৰ প্ৰস্থান ]

তাৰা— সুধাকৰ! সুধাকৰ!
চন্দ্ৰ— ( বিচলিত হৈ ) দেৱি! দেৱি!
তাৰা — কৰিবানে অৱহেলা
ইহেন যৌৱন মোৰ?
চন্দ্ৰ— প্ৰিয়ে! প্ৰিয়ে!
কোন তৃষাতুৰে
নিৰ্ম্মল শীতল পানী দেখিলে চকুৰে
হেপাহেৰে নকৰিব পান?
আহা মোৰ হৃদয়ৰঞ্জিনি!
আনন্দেৰে কৰোগৈ বিহাৰ
ফুল-শয্যা ৰচি লৈ সুমেৰু গিৰিত।
[ তাৰাক লৈ চন্দ্ৰৰ বেগেৰে প্ৰস্থান ]

[ কুবুদ্ধিৰ প্ৰৱেশ

কুবুদ্ধি— মহাৰাজ! সাপ মাৰি নেগুৰত বিষ এৰাৰ সকাম নাই। শত্ৰুক একেবাৰে নিপাত কৰাই ভাল।

অধৰ্ম্ম— তোমাৰ সুন্দৰ যুক্তি
ধৰিছে মনত মোৰ।
ধৰ্ম্ম-শূন্য হওক আজি গোটেই সংসাৰ।

[ তৰোৱাল দাঙি আঘাত কৰিব খোজোতেই স্বৰ্গই লৰি আহি তৰোৱালেৰে ব্যৰ্থ কৰে।

স্বৰ্গ— অধৰ্ম্ম বৰ্ব্বৰ!
ধৰ্ম্ম-শূন্য কৰি
কৰিব খুজিছ তই স্বৰ্গৰাজ্য ভোগ?
জানিছনে নাৰকী পিশাচ!
ধৰ্ম্ম-প্ৰাণ স্বৰ্গ মই,
ধৰ্ম্মৰ কিৰণে মাথো,
সৌন্দৰ্য্যত অদ্বিতীয় স্বৰ্গ সিংহাসন।
নন্দন কানন শোভা,
পাৰিজাত পৰিমল সুবাস সমীৰ,
হব লোপ সকলোটি তোৰ পৰশত!
মৰুময় হব দেৱপুৰী
নৰকৰ পূতি-গন্ধে ভৰিব চৌদিশ,
আচৰিবি মাথো তই হিংসা মোৰ প্ৰতি।

জানিবি পিশাচ
পাপদেহ লৈ,
স্বৰ্গৰ বুকুত দিব নোৱাৰিবি ভৰি।

অধৰ্ম্ম— নকৰিবা অহঙ্কাৰ মোৰ সমুখত।
বাঞ্ছা যদি কৰা স্বৰ্গ নিজৰ মঙ্গল
কৰা আজি অধৰ্ম্মৰ বশ্যতা স্বীকাৰ।

স্বৰ্গ— তোৰ কথা মতে দুষ্ট,
কৰিব স্বৰ্গই আজি ধৰ্ম্ম বিসৰ্জ্জন ?
পাৰিলে অধৰ্ম্ম নাশি
ধৰ্ম্মক প্ৰতিষ্ঠা পুনু কৰিব স্বৰ্গই,
নহলে ধৰ্ম্মৰ সহ
স্বৰ্গ ধ্বংস হব আজি তোৰ সমৰত।

অধৰ্ম্ম— ঘটিল নিশ্চয় তেনে দুৰ্গোৰ বিপদ।
প্ৰস্তুত হ সমৰত।

[ অধৰ্ম্ম আৰু স্বৰ্গৰ ঘোৰ যুদ্ধ। স্বৰ্গৰ পৰাজয়। ]

অধৰ্ম্ম— মন্ত্ৰী।
লোৰ শিকলিৰে বান্ধি এই দুজনক
কাৰাগাৰে ৰাখা বন্দী কৰি।

কুবুদ্ধি— যাবজ্জীৱন কাৰাদণ্ড ?

অধৰ্ম্ম— সেই কথা পাচে হব স্থিৰ ;
সম্প্ৰতি মাথোন তুমি ৰাখা বন্দী কৰি।

[ কুবুদ্ধিয়ে স্বৰ্গ আৰু ধৰ্ম্মক বান্ধি লৈ
প্ৰস্থান ]

অধৰ্ম্ম— পাপ, তাপ, ছুৰ্ভিক্ষ মড়ক !
কোন কোন আছ!
আহা শীঘ্ৰে,
উপস্থিত ৰাজকাৰ্য্য-ভাৰ।
[ বেগেৰে প্ৰস্থান ]

## দ্বিতীয় দৃশ্য

প্ৰান্তৰ

[ চন্দ্ৰ আৰু তাৰা ]

চন্দ্ৰ— দেবি !
তোমাৰ কাৰণে,
দিলোঁ ধৰ্ম্ম জলাঞ্জলি
নকৰিলো লেশ মাত্ৰ পাপৰ বিচাৰ।
সৌন্দৰ্য্যৰ ৰাণী তুমি,
সৌন্দৰ্য্য সেৱক মই :
সিকাৰণে ছয়োটিৰে হল সম্মিলন
পৰস্পৰে পৰস্পৰ প্ৰেমৰ টানত।
কিন্তু কিয় দেবি !
দেখিছো তোমাৰ আজি ভাব অন্য ৰূপ ?

তাৰা— হৃদয়ৰঞ্জন !
নকৰিবা অবিশ্বাস তাৰাৰ প্ৰেমত ।
তোমাৰ আৰাধ্য গুৰু দেৱ বৃহস্পতি,
পত্নী মই হলো সিজনৰ
কিবা ৰূপে ঘটে বুলি বিঘিনি তোমাৰ,
আশঙ্কিত মন মাথো মোৰ ।

চন্দ্ৰ— দেৱি !
সেই ভাব কৰা বিসৰ্জ্জন ।
তোমাৰ কাৰণে
গো-হত্যা স্ত্ৰী-হত্যা আদি
হব পাৰে চন্দ্ৰৰ দ্বাৰাই ।
কোন তেওঁ গুৰু বৃহস্পতি,
তুমি মাত্ৰ হৃদি-মণি মোৰ ।

[ শুক্ৰাচাৰ্য্যৰ প্ৰবেশ ]

শুক্ৰ— সুধাকৰ !
এনে অশুচিত ভাব ভাবি
নকৰিবা দ্ৰোহ ঈশ্বৰৰ ।
যদিওবা বৃহস্পতি চিৰ-শত্ৰু মোৰ,
কৰিছা যদিও তুমি দ্ৰোহ সিজনৰ,
তথাপিতো মই,
ধৰ্ম্ম বিগৰ্হিত এনে পাপ আচৰণ
সমৰ্থন নোৱাৰোঁ কৰিব ।

অধৰ্ম্ম— অধৰ্ম্ম মই ।
ধৰ্ম্ম স্বৰ্গ বন্দী কৰি
আহিছোঁ অমৰাৱতী আক্ৰমণ হেতু ।
ইন্দ্ৰ প্ৰতিদ্বন্দী মোৰ,
ইন্দ্ৰগুৰু বৃহস্পতি কণ্টক তোমাৰ
সেই হেতু মহা মিত্ৰ হলা তুমি মোৰ

চন্দ্ৰ— যথাৰ্থতে মিত্ৰ তুমি মোৰ ।
দিয়া আলিঙ্গন [ আলিঙ্গন ]
কৰিবানে সখি কিবা মোৰ উপকাৰ ?

অধৰ্ম্ম— কৰিম নিশ্চয় সখি !
তোমাৰ মহৎ উপকাৰ ।
বৃহস্পতি ৰঙা-ৰক্তে
দেৱপুৰী কৰিলে ৰঞ্জিত
নহবনে তোমাৰ মঙ্গল ?

তাৰা— একেবাৰে প্ৰাণ নাশ ! !
মৃত্যুদণ্ড অতিযে ভীষণ
( চকু আঁচলেৰে ঢাকে )
বিশেষতঃ বৃহস্পতি নিৰ্দ্দোষী আমাৰ ।

চন্দ্ৰ— দেৱি !
বৃহস্পতি থাকিলে জীৱিত
তাৰাৰ চন্দ্ৰৰ প্ৰেম বিপদ-সঙ্কুল ।

অধৰ্ম্ম— স্বভাৱে দুৰ্ব্বলা সখি তাৰাৰ হৃদয়,
সেই হেতু এনে মত ভেদ ।

তাৰাৰ কথাত সখি
বৃহস্পতি বিনাশত নহবা বিমুখ।

চন্দ্ৰ— নহম বিমুখ কদাচিতো।
বলা সখি এতিয়াই
গুচুৱাওঁ জীৱন-কণ্টক।

অধৰ্ম্ম— ধন্যবাদ জনাওঁ তোমাক।
আহা সখি পিচে পিচে মোৰ।

[ অধৰ্ম্ম আৰু চন্দ্ৰৰ প্ৰস্থান ]

তাৰা— এতিয়াহে পাৰিছোঁ বুজিব,
তাৰাৰ প্ৰেমত,
একেবাৰে মুগ্ধ সুধাকৰ।

[ প্ৰস্থান ]

———— ——

## তৃতীয় দৃশ্য

### প্ৰান্তৰ

[ বৃহস্পতি ]

বৃহস্পতি— কিয় মোৰ প্ৰশান্ত হৃদয়,
আশঙ্কাত কঁপে ঘনে ঘনে ?
পাপৰ বিকট মূৰ্ত্তি
কিয় আজি কেউফালে দেখিছো স্বৰ্গত ?
দুৰ্ভিক্ষৰ মহা প্ৰকোপত
হল যেন স্বৰ্গ-ৰাজ্য
মহা শ্মশানত পৰিণত !
দেৱতাৰ লীলা-ভূমি
শান্তিপূৰ্ণ স্বৰ্গ-ৰাজ্য
পিশাচৰ হল নাট্য-শালা !
পাপলিপ্ত গুৰু মই অমৰ ৰাজ্যৰ,
মোৰ পাপতেই সউ
পাপ তাপ দুৰ্ভিক্ষ মড়কে
নৰকৰ অভিনয় পাতিছে স্বৰ্গত ।
ধিক মোৰ দেৱ জন্ম
ধিক যত তত্ত্ব-জ্ঞান মোৰ ।

[ দূৰৈত চন্দ্ৰ আৰু অধৰ্ম্মৰ প্ৰৱেশ ]

অধৰ্ম্ম— চিনিছানে সখি !
এয়েই তোমাৰ শত্ৰু গুৰু বৃহস্পতি ।

চন্দ্ৰ— প্ৰেমৰ কণ্টক বিটি মোৰ,
তাক নিচিনিম কিয় সখি ?

অধৰ্ম্ম— মুহূৰ্ত্ততে কৰি হত্যা
নিষ্কণ্টক হোৱাঁ মিত্ৰবৰ !

[ চন্দ্ৰই সাৱধানে ওচৰচাপি পাচফালৰপৰা
হত্যা কৰিব খোজে ; হঠাৎ শুক্ৰৰ
দৌৰি প্ৰৱেশ ]

শুক্ৰ— সাৱধান চন্দ্ৰ !

চন্দ্ৰ— ( সচকিতে )
কোন তুমি পথৰ কণ্টক,
দিলা বাধা বৈৰী বিনাশত ?

শুক্ৰ— দৈত্যগুৰু শুক্ৰ মই।
কৰিছো আদেশ,
খড়্গ তুমি পেলোৱা তুৰন্তে ।

চন্দ্ৰ— হঁা [ খড়্গ নিক্ষেপ ]

শুক্ৰ— অধৰ্ম্ম বৰ্ব্বৰ !
স্বৰ্গত বীভৎস লীলা কৰি সমাধান
ধৰ্ম্ম-শূন্য কৰিবৰ মনে
লৈছহি চন্দ্ৰৰ আশ্ৰয় ?

জানিছ পিশাচ,
শুক্রৰ আগত
স্থায়ৰ মূৰত দিব নোৱাৰিবি ভৰি,
এতিয়াই পাবি তোৰ শাস্তি যথোচিত।

অধৰ্ম্ম— ক্ষমা কৰা দেৱ!
দৈত্যৰ প্ৰধান শত্ৰু
বৃহস্পতি হলে নিৰ্য্যাতিত,
তোমাৰ ক্ৰোধৰ কোনো নেদেখো কাৰণ।

শুক্ৰ— তোৰ দৰে নীচ মন বুলি
নেভাবিবি শুক্ৰক কদাপি।
শুক্ৰৰ জীৱন-নীতি
বুজিবৰ বহু বাকী তোৰ।

অধৰ্ম্ম— নীচ বুলি অধৰ্ম্মক কৰা অপমান?
সহ্য কৰা হেনে এই নীচৰ প্ৰহাৰ।

[ প্ৰহাৰ কৰিব খোজে ]

শুক্ৰ— ইমান সাহস তোৰ?
থাক তুই সেই দৰে তই!

[ কমণ্ডলু পানী ছাটি মাৰি দিয়াত অধৰ্ম্ম
যেনে ভাৱে আছে তেনে ভাৱে থৰ
লাগি থাকে। ]

বৃহস্পতি— ই কি প্ৰহেলিকা!

শুক্র— বৃহস্পতি !
আপুনি আপোন শত্রু,
আপুনি আপোন মিত্র,
আপুনি আপোন বাথে মাৰে।
সিকাৰণে
তোমাৰ দুষ্কৰ্ম্ম হেতু,
প্ৰিয় শিষ্য শশধৰ প্ৰাণ-বৈৰী আজি।
চন্দ্ৰ ! ক্ষমা ভিক্ষা খুজি তুমি গুৰুৰ পাৱত
ৰক্ষা কৰা ধৰ্ম্মৰ সন্মান।
অধৰ্ম্ম ! যা গুচি নেথাকিবি আৰ।
বৃহস্পতি।
দৈত্য-গুৰু শুক্ৰ মই মাগিলোঁ বিদায়।
[ অধৰ্ম্ম পলায়, শুক্ৰৰ প্ৰস্থান ]

বৃহস্পতি— প্ৰিয় শিষ্য শশধৰ প্ৰাণ-বৈৰী মোৰ ?
নোৱাৰোঁ বুজিব একো।
( অলপ ধ্যানস্থ হৈ )
অ' এতিয়াহে পৰিছোঁ বুজিব।
চন্দ্ৰ ! চন্দ্ৰ !
সকলো কৰ্ম্মৰ ফল মোৰ।
তাৰা ! তাৰা ! এয়েনে তোমাৰ ভাগ্য-লিপি ?
চন্দ্ৰ !
নকৰিবা সমৰ্পণ মোক,
ধৰ্ম্ম-পত্নী তাৰাক জুনাই ?

চন্দ্ৰ— অসম্ভৱ, অসম্ভৱ!
অতি অসম্ভৱ,
তাৰা চন্দ্ৰ কদাপিতো নহব বিচ্ছেদ।

বৃহস্পতি— যদিহে নকৰা পৰিত্যাগ,
নৰকতো নেপাবা যে স্থান।

চন্দ্ৰ— থাকিম শূন্যত দুয়ো তেনে।

বৃহস্পতি— তোমাৰ লগত তেনে—
তাৰাও থাকিব সদা নৰক-শয্যাত?

চন্দ্ৰ— চন্দ্ৰক উপেক্ষা কৰা
সাধ্য নাই তাৰাৰ অলপো।
বলেৰে ছলেৰে হক
ৰাখিম তাৰাক সদা মোৰ অধীনত।

বৃহস্পতি— ধৰ্ম্ম ভয় নাই তেনে তোৰ?

চন্দ্ৰ— কি কৰিব পাৰে মোক নগণ্য ধৰ্ম্মই;
আজ্ঞাবহ দাস ধৰ্ম্ম মোৰ।

বৃহস্পতি— নোৱাৰোঁ সহিব আৰু এনে অত্যাচাৰ।
চন্দ্ৰ! মায়া কুহকত পৰি
ধৰ্ম্ম কৰ্ম্ম দিলি জলাঞ্জলি,
অলপতে হব তোৰ সমূলি পতন।

[ বৃহস্পতিৰ প্ৰস্থান ]

চন্দ্ৰ— চন্দ্ৰ! আহিছে আগত সৌ প্ৰচণ্ড ধুমুহা,
সাৱধান হবি বিপদত।

[ বেগেৰে প্ৰস্থান ]

# চতুৰ্থ দৃশ্য

ইন্দ্ৰভবন

[ ইন্দ্ৰ ]

[ মলিন বেশেৰে অমৰাৱতীৰ প্ৰৱেশ ]

অমৰাৱতী — দেৱৰাজ !
অমৰবেষ্টিত হৈ ৰাজ-সমাজত
সিংহাসন শোভা কৰা
আছে নে কি কিবা প্ৰয়োজন ?
স্বৰ্গ ধৰ্ম্ম বন্দী আজি শত্ৰুৰ হাতত,
ত্ৰিদিবত পিশাচৰ উলঙ্গ নৰ্ত্তন,
তথাপিতো নাই তাত ভ্ৰূক্ষেপ তোমাৰ।
চোৱা! পুৰন্দৰ !
দেৱপুৰী অধৰ্ম্মই কৰে আক্ৰমণ
অলপতে স্পৰ্শ মোৰ কৰিব শৰীৰ।
এনে অৱস্থাতো যদি
বহি থাকা নিশ্চিন্ত মনেৰে
সতী ধৰ্ম্ম নষ্ট হব অমৰাৱতীৰ
দেৱৰ অখ্যাতি ৰব যুগ-যুগান্তৰে।
যাতে ৰক্ষা হয় মোৰ সতীত্ব ৰতন
তাৰ বাবে যত্ন তুমি লোৱা সবিশেষ

[ বেগেৰে বৃহস্পতিৰ প্ৰৱেশ ]

বৃহস্পতি— ইকি দেৱৰাজ।
নে কি প্ৰেত-ৰাজ ?
ম্লানমুখী মুক্তকেশী
কোন এওঁ ৰমণী ৰতন ?

ইন্দ্ৰ— প্ৰণমো বাক্‌পতি-পদে দেৱ।
[ নমস্কাৰ ]

অমৰাৱতী— নাই চিনা নে কি বৃহস্পতি
দেৱমাতা অমৰাৱতীক ?

বৃহস্পতি— আচৰিত দৃশ্য আজি পৰিল চকুত।
জন্মভূমি জননী সদৃশ
অমৰাৱতীৰ মুক্ত কেশে,
দেৱৰ ক্লৈবতা মাথো কৰিছে প্ৰকাশ।
দেৱৰাজ!
জানানে বিশেষ তুমি,
ক'ত আছে ধৰ্ম্ম-পত্নী তাৰা দেৱী মোৰ ?

ইন্দ্ৰ— নেজানো বিশেষ গুৰুদেৱ।

বৃহস্পতি— এয়ে নে কি ৰাজ-ধৰ্ম্ম তোমাৰ বাসৱ ?
গুৰু-পত্নী পৰদাৰ কৰি বলাৎকাৰ
চন্দ্ৰই স্বৰ্গত কৰে পাপ অভিনয়
কৰা নাই প্ৰতিকাৰ তাৰ।
কৰিছো আদেশ সুৰপতি !

দুর্নীতি দমন কৰি অশিষ্ট চন্দ্ৰৰ
কৰা শীঘ্ৰে তাৰাক উদ্ধাৰ।

ইন্দ্ৰ— চন্দ্ৰক দমন প্ৰভু কৰিম কিদৰে,
দিয়া তাৰ উচিত বিধান।

বৃহস্পতি কৰা সাজু দেৱদল যুদ্ধৰ কাৰণে
বিনা যুদ্ধে অসম্ভৱ তাৰাৰ উদ্ধাৰ।

ইন্দ্ৰ— তেন্তে যুদ্ধ অনিবাৰ্য্য দেৱ?

বৃহস্পতি— নিশ্চয়।

ইন্দ্ৰ— ভাই প্ৰভঞ্জন।

[ বেগেৰে বায়ুৰ প্ৰৱেশ ]

বায়ু— কিয়নো স্মৰণ আজি কৰিছে দাসক?

ইন্দ্ৰ— মোৰ ভাই প্ৰভঞ্জন,
দিয়াগৈ সকলোকে ত্ৰিভুবনে সম্বাদ।
গুৰু-পত্নী উদ্ধাৰৰ বাবে
সমৰে প্ৰস্তুত হৈ আহক ওলাই
চন্দ্ৰৰ বিপক্ষে যত দেৱৰ সমাজ।

বায়ু— পৰম আৰাধ্য দেৱ।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰো হব নিমন্ত্ৰিত?

ইন্দ্ৰ— ব্ৰহ্মা বিষ্ণু মহেশ্বৰ ই তিন দেৱক
মই নিজে কৰিম আহ্বান।
তাৰ বাদে সকলোকে জনাবা সম্বাদ।

বায়ু— শিৰোধাৰ্য্য আদেশ প্ৰভুৰ।

[ বায়ুৰ প্ৰস্থান ]

ইন্দ্ৰ— যুদ্ধ হেতু অমৰ বাহিনী
কৰিম প্ৰস্তুত গুৰুদেৱ!
নকৰিবা আশঙ্কা মনত।

বৃহস্পতি— কৰ্ত্তব্যত অগ্ৰসৰ হোৱা দেৱৰাজ!
হৃদয়ৰ শুভাশীষ কৰো বৰিষণ।
আহা মাতা নকৰিবা ভয়,
সকলো বিঘিনি দুৰ হব অগপতে

সকলোৰে প্ৰস্থান

---

## পঞ্চম দৃশ্য

ৰাজপথ

[ পাপ আৰু কুমতিৰ প্ৰবেশ ]

পাপ— মই আগেয়ে নকৈছিলোঁ—বোলো আৰি পিথপীতে এচুকত পৰি থাকো দে। তই বোলে নহয়, ৰজাৰ হুকুম, স্বৰগলৈ যাবই লাগে। স্বৰগলৈ আহি এতিয়া খা ভাত মুখেৰে, দোন যেন মুখেৰে।

কুমতি— তই বৰ অবুজ অ'! পিথপীত থাকি নো কিটো কৰিলিহেঁতেন? এতিয়ানো তই ইয়াত কি বিষয় পাইছ অ'।

পাপ — যথামূৰ্খ! এতিয়াও নুবুজিলি? আমাৰ ৰজা অধৰ্ম্মই চন্দ্ৰৰে সৈতে মিতা কৰি তেওঁ চন্দ্ৰৰ হতুৱাই গুৰু-পত্নী তাৰাক হৰণ কৰাই বাইজ দখল কৰাইছে আমি তেও স্বৰ্গত তিষিল বিলাই কৰিব পাৰিছোঁ? পিচে হেনো এতিয়া বিমান বিলাক দেৱতা আছে সকলো বিলাক গোটখাই চন্দ্ৰক মাৰি গুৰু-পত্নী তাৰাক উদ্ধাৰ কৰিব। যদি চন্দ্ৰৰে অপঘাত হল, আমাক আৰু কোনে সোধে? চকুৰ পচাৰতে থওম্!

কুমতি — কওঁত তই বেয়া কোৱা নাই। কিন্তু চন্দ্ৰক উলামূলাকৈ কোনেও নোম এডালকে লৰাব নোৱাৰে। সেই নিমিত্তে তই একো সংশয় নকৰিবি।

পাপ— হেৰ তই বলিয়ালি নবকিবি। চন্দ্ৰক যিহে খেহ-ৰোগে দেখা দিছে এঘণ্টাৰ মূৰত হে একাবাৰ কৰ পাৰে। তেনে স্থলত নো তেওঁ তেত্তিছ কোটি দেৱতাৰে কেনেকৈ যুজে, কব নোৱাৰোঁ। তেওঁ আমাক বাধক চাৰি নিজৰ দেহাটিলৈকো টনাটনি, বুইচ?

কুমতি— পিচে তেওঁৰ উপায়।

পাপ— তেওঁৰ উপায় আৰু কি? ডিঙিত ফাঁহ-জৰী। আৰু আন উপাই নাই, ডিঙিত ফাঁচী লগাই জলৈ ওলমি পৰিলেই সকলো চাফা।

কুমতি— বেচ কৈছ। তেনেহলে আমি তেওঁক এই বুধি নিদিলে আন কোনে দিব? বল তেওঁৰ ওচৰলৈ।

পাপ— তোৰ কথা বিলাক শুনিলে গা তিহ্ তিহাই উঠে। হেৰ তই কোন সাহেৰে তেওঁৰ আগত থিয় হবি? হেজাৰ হওক তেওঁ দেৱতা, তোৰ নিচিনা তো ওখলা পিশাচ নহয়? তেওঁ কথাৰ গতি বিষম দেখি ভাষাক অকলে এৰি থৈ সহায় বিচাৰি ত্ৰিভুবন ভ্ৰমিব লাগিছে গৈ।

কুমতি— হয় নে কি? তেওঁনো কোনভো সতেৰে ইমান সুন্দৰী তিকতাওনী ঘৰত এৰি থৈ গ'ল অ'! আনে যি কৰ নকৰ, মই হলে এৰি নগলো হেতেন দে।

পাপ— তেওঁ এৰাকৈয়ো এৰি যোৱা নাই। তেওঁ এৰি দিয়া হলে বৃহস্পতিকে দিলেহেঁতেন।

কুমতি— তেন্তে গৈছে কলৈ?

পাপ— সহায় বিচাৰি।

কুমতি কিহৰ সহায়?

পাপ— আকৌ বোলে কিহৰ সহায়। সকলো দেৱতা তেওঁৰ বিপক্ষে উঠিছে, তেওঁৰ বেমাৰ। সেই কাৰণে তেওঁক সহায় লাগে।

কুমতি— পিচে সহায় পালে নে নাই ?

পাপ— সহায় কোনে দিব ? ধৰ্ম্ম-দ্রোহী গুৰু-দ্ৰোহী বুলি কোনেও নামকে নুশুনে। আমি সহায় দিবলৈকো আমাৰ ওপৰত তেওঁৰ বৰ খং।

কুমতি— আমাক কিয় খং কৰিব ? বলচোন তেওঁ কি কৰিছে চাওঁগৈ।

[ দুইবো প্ৰস্থান ]

— — — —

## ষষ্ঠ দৃশ্য

### প্ৰান্তৰ

[ আতুৰ ভাৱেৰে চন্দ্ৰৰ প্ৰবেশ ]

চন্দ্ৰ— উহ্ হু—হু,
নৰকৰ ভীষণ যন্ত্ৰণা !
ধৰ্ম্ম-দ্ৰোহী গুৰু-দ্ৰোহী লম্পট চন্দ্ৰৰ,
শান্তি লুপ্ত হল জীৱনৰ,
অপঘাত মৃত্যু মাত্ৰ বাকী।

মহাৰোগী যক্ষ্মাগ্রস্ত মই
বাক্য আৰু নসৰে মুখৰ
শ্বাস-কষ্ট ৰক্ত-বমি অসহ্য যন্ত্রণা।
আঃ! গুৰুক উপেক্ষা কৰি
কৰোতে তাৰাৰ সহ ঘৃণিত প্রণয়
মহা অগ্নি জ্বলিল বুকুত।
যি জ্বলন্ত নৰকাগ্নি জ্বলিছে হিয়াত
সেই অগ্নি কিদৰে নুমায়?
উঃ! নৰকৰ মহা দুর্গন্ধত
হিয়াৰ কলিজা মোৰ হ'ল চুৰমাৰ।
নোৱাৰো সহিব আৰু নৰকযন্ত্রণা
কোন আছা ৰক্ষা কৰা মোক।

[ কর্ম্মফলৰ প্রৱেশ ]

কর্ম্মফল— সুধাকৰ!
অতীতৰ অনুতাপ ভাবি
নকটাবা সময় মিছাতে।
নিজ কর্ম্ম-ফল ভোগ কৰিলা যেতিয়া
অবিনাশী আত্মাই গুৰুৰ কৃপাত,
পবিত্র মূৰ্ত্তি পুনু কৰিব ধাৰণ।
নকৰা পলম সুধাকৰ!
লোৱাঁগৈ উপযুক্ত গুৰুৰ আশ্রয়।

চন্দ্র— দেৱ!
কোন আছে এনে মহা গুৰু
যি জনে চন্দ্ৰৰ পাপ কৰিব মোচন?

কৰ্ম্মফল— দৈত্যগুৰু শুক্ৰ মহামতি,
উপযুক্ত গুৰু জগতত।
শুক্ৰৰ আশ্ৰয় ললে
নিশ্চয় বিশুদ্ধ তুমি হবা সুধাকৰ।
বিপন্ন পথিক তুমি
দিলো মই পথৰ সন্ধান
অগ্ৰসৰ হোৱা কৰ্ত্তব্যত।

[ প্ৰস্থান ]

চন্দ্ৰ— মহাপাপী অতি ঘৃণ্য লম্পট চন্দ্ৰক,
দিবনে আশ্ৰয় আজি
ধৰ্ম্মনিষ্ঠ ন্যায়বান শুক্ৰ মহাত্মাই?
কৰিছো অৱজ্ঞা মই গুৰুৰ আদেশ,
উপদেশ দিলো উকৰাই,
কোন সাহসেৰে আজি সেই মহাত্মাক,
জীৱনৰ গুৰু-ভাৰ অৰ্পিম পুনাই!
যেয়ে হওক সেয়ে হওক নকৰো বিচাৰ,
শুক্ৰকেই সপি মোৰ জীৱনৰ ভাৰ
যাওঁ মই কৰ্ত্তব্য পথত।

[ লাহে লাহে প্ৰস্থান ]

[ ক্ৰোধেৰে শিৱৰ প্ৰৱেশ ]

শিব – গলি কেনি মহাপাপী চন্দ্ৰ দুৰাচাৰ,
গলি কেনি ধৰ্ম্মদ্ৰোহী দেৱ কুলাঙ্গাৰ !
ঘৃণিত অসৎ কৰ্ম্ম কৰি আচৰণ
মহাগ্লানি আনিলি দেৱৰ,
কৰিলি পাপেৰে তই ত্ৰিদিব প্লাৱিত।
চন্দ্ৰ ! তোৰ মহা পাপ পৰশত
দিগন্ত প্ৰসাৰি থকা
কলুষিত হব সমীৰণ
হব পাৰে কক্ষচ্যুত জ্যোতিষ্ক মণ্ডল।
উঃ তোৰ এনে মহা পাপ ভাৰ,
কি দৰে সহিব আৰু বিশ্ব-ধৰিত্ৰীয়ে।
ৰক্ষা নাই আৰু পাপী তোৰ,
পাপবক্ষ বিদাৰি শূলেৰে
গুচুৱাম পাপ-ভাৰ বিশ্ব-ধৰিত্ৰীৰ।

[ সভয়ে ইন্দ্ৰৰ প্ৰৱেশ ]

ইন্দ্ৰ— প্ৰণমো ৰাজীবপদে পিনাকৰঞ্জন।
পঠালো অমৰ সেনা
দশোদিকে বিচাৰি চন্দ্ৰক,
কিন্তু ক'তো তাৰ একো নেপালে সম্ভেদ।

শিব— ধৰ্ম্মদ্ৰোহী পাষণ্ড চন্দ্ৰক,
দৈত্যগুৰু শুক্ৰৰ বাহিৰে
কোনে দিব নিৰ্ভয়ে আশ্ৰয় !

বিচাৰ কৰিছে নে কি
কেনো গুনে শুক্র ভৱনত ?

ইন্দ্ৰ— পঠালো বায়ুক ;
অহা নাই ঘূৰি এতিয়াও।

[ বায়ুৰ প্ৰবেশ ]

বায়ু — ঘটিল অকাজ ত্ৰিলোচন !
দেৱৰ পৰম শত্ৰু
চন্দ্ৰ আজি শুক্ৰৰ আশ্ৰিত।
দেৱ-দৈত্য সমৰৰ,
এয়ে হল মহা সূত্ৰপাত ।

শিৱ— যদি সমৰত সৃষ্টি যায় ৰসাতলে,
তথাপি নোৱাৰে ৰক্ষা কৰিব শুক্ৰই
দেৱদ্ৰোহী শুক্ৰক কদাপি ।
নকৰা পলম দেৱৰাজ !
সমৰে প্ৰস্তুত কৰি অমৰ বাহিনী,
পশাগৈ বীৰদৰ্পে শুক্ৰ-ভৱনত ।
চন্দ্ৰৰ আশ্ৰয় দাতা
শুক্ৰৰো নিশ্চয় শাস্তি হব যথোচিত।

ইন্দ্ৰ— শিৰোধাৰ্য্য আদেশ প্ৰভুৰ ।

[ সকলোৰে প্ৰস্থান ]

[ ঐক্যতান বাদন ]

———

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

শুক্ৰভৱন

[ শুক্ৰ আৰু চন্দ্ৰ ]

চন্দ্ৰ — গুৰুদেৱ!
বধিব চন্দ্ৰৰ প্ৰাণ অমোঘ অস্ত্ৰত
আহিছে অমৰবৃন্দ মহা বিক্ৰমেৰে;
ভৈৰব-ধ্বনিত মোৰ কঁপিছে অন্তৰ।
ৰুদ্ৰৰূপে ভীমশূল ধৰি দিগম্বৰ
আহিছে উদ্দেশি মোক,
ৰক্ষা কৰা তুমিয়েহে ভৰসা কেৱল।
হাতে ধৰি মহাবজ্ৰ আহিছে বাসৱ,
আহিছে বৰুণ বহ্নি মৃত্যু অধিপতি,
ঘেৰিলে চৌদিশ প্ৰভু ভৱন তোমাৰ,
ৰক্ষা কৰা মোক বিপদত।

শুক্ৰ — শঙ্কা নকৰিবা শশধৰ!
তুমি আজি শুক্ৰৰ আশ্ৰিত।

তোমাৰ কাৰণে যদি
হয় মোৰ বিপক্ষে জগত
তথাপিতো পৰিত্যাগ নকৰো তোমাক।

চন্দ্ৰ — প্ৰভু!
আহিছে বেগেৰে সৌম
ভীষণ ত্ৰিশূল ধৰি
বাঘাম্বৰ দেৱ শূল-পাণি।

শুক্ৰ— নকৰিবা ভয়,
তেওঁৰেই চৰণ কৃপাত
নিমিষতে আগুৰিম পথ।

[ অলপ আগবাঢ়ে ]

[ ক্ৰোধেৰে শিৱৰ প্ৰৱেশ ]

শিৱ — শুক্ৰাচাৰ্য্য!
এনে অবিচাৰ কৰি
কৰিব খুজিছা নে কি
সুন্দৰ জগতখনি পাপ-পঙ্কময়?

শুক্ৰ— প্ৰকৃততে তুমিয়েহে মাথো অবিচাৰী।
প্ৰভু! কোন বিচাৰত,
কোন ধৰ্ম্ম মতে,
শান্তিপ্ৰিয় ব্ৰাহ্মণৰ পবিত্ৰ পুৰীত
সৈন্যসহ শত্ৰু ভাবে কৰিছা প্ৰৱেশ?

## ষষ্ঠ দৃশ্য

### ৰাজপথ

[ গীত গাই গাই কুমতিৰ আৰু পাপৰ প্ৰৱেশ ]

উভয়ে— ধৰম ভুল কৰম ভুল তন্ত্ৰ মন্ত্ৰ ভুল ;
বেদ শাস্ত্ৰ সকলো ভুল আমি দুটাহে মূল ।
বেদ শাস্ত্ৰ কিয় পঢ়িছ,
বামুণ-গোঁসাইৰ ভাত মাৰিছ,
বামুণ গোঁসায়ে সৰগ পথত
থৈছে যথলা পাতি ;
তেওঁ সবৰ কৃপা নহলে
থিতাতে হবি কাতি ।

বেদ শাস্ত্ৰৰ বিচাৰি গোৰ,
কৰিলি তইঁতে তেনেই ওৰ
দণ্ডণ নহলে শাস্ত্ৰ পঢ়িবৰ
মুঠেই অধিকাৰ নাই ;
ক-ক-ম-ম- পঢ়ি মিছাতে
মৰ গৰিহণা খাই ।

ধৰ্ম্মত কেৰে নিদিবা মতি,
পাপ নহলে চকটো কাতি
এই মলুকত পাপেহে মাথোন
বিচাৰে সবাৰো হিত ;
ধৰ্ম্মৰ মালা জপোতে চাবা
তেনেই মৰিব পিত ।

শুনা শুনা মোৰ কথাৰ মৰ্ম্ম
নকৰা মিছাই ধৰ্ম্ম ধৰ্ম্ম
ধৰ্ম্মৰ হেঁচাত সুখ সম্পদে
পলাই মাৰিব ফাট ;
ভঙা ছিঙা কটা মৰা
এয়েহে আচল বাট ।

অমুক নেথাবা তমুক নেথাবা
তিকতাৰ মুখ মুঠেই নেচাবা
এনেকুৱা কথা কাঠবুকুৱা
অবুজ বিলাকে কয় ;
মদ কুকুৰা দকচি খোৱা
নকৰিবা কাকো ভয় ।

কুমতি— আৰু কিমান কম কিমান শুনিবা ? কণ্ঠতে মুখ বুতি হল, শুনোতে কাণ ঘোগোলা হল।

পাপ— কওঁতে কওঁতে যদি তোৰ মুখ বুতি হল, তইচোন অলপ ৰ, ময়েই এবলকা কওঁ। বোলে বুজাক বুজাবি আকাৰে ইঙ্গিতে, মুবুজাক বুজাবি ঢকা চাপৰে। ঢকা চাপৰ মাৰিলেও আধ্যা। সেই কাৰণে আকাৰে ইঙ্গিতেই কওঁ। বোলো তোমালোকে ধৰ্ম্ম ধৰ্ম্ম কৰি মৰিব খুজিছানে জীব খুজিছা? মৰিব খুজিছা যদি যোৱাঁ, আৰু জীব খুজিছা যদি মোৰ কথা শুনা। বোলে ধৰ্ম্মৰ বান্ধিলে দ'ল, তেনেই তললৈ গ'ল। বৃহস্পতিয়ে ধৰ্ম্মৰ দল বান্ধি কি কৰিলে? ভাই-বোৱাৰীত পতিত গৈ ঘৰৰ পৰা খেদা খাই দিহিঙে-দিপাঙে ঘুৰি ফুৰিছেগৈ নহয়! ইফালে চন্দ্ৰযো বহালে বাপেকে। চন্দ্ৰই গুৰু-পত্নী তাৰাক চুৰ কৰি নি কোনোবাখন পালেগৈ। বেচ কৰিলে! এতিয়া চন্দ্ৰক কোনোবাই নোম এডালকে লৰাব পাৰিব নে? তোমালোককো কওঁ,টকা ভাঙি বিয়া কৰোৱাৰ সকাম নাই। বোলো কোনোমতে এজনী আনি ডকা হকা দি ধন ঘটি তাৰে কেৰু-মণি গঢ়াই পাৰামানে তাইক সজোৱা। আৰু নো কি কম, কি শুনিবা? আজিলৈ ইমানতে খতম্।

[ দুয়োবো প্ৰস্থান ]

— — —

# তৃতীয় অঙ্ক

## প্রথম দৃশ্য

### স্বৰ্গ

[ যুদ্ধ কৰি কৰি ধৰ্ম্ম আৰু অধৰ্ম্মৰ প্ৰৱেশ ]

অধৰ্ম্ম— কোন কাপুৰুষে কয়
অধৰ্ম্মৰ পৰাজয় ধৰ্ম্মৰ বিজয়।
ধৰ্ম্ম! কি সাহত তুমি
এনেহেন ক্ষীণ তেজ হীন শক্তি লৈ
অধৰ্ম্মক কৰা অৱহেলা ?
সামান্য কুটীৰবাসী হৈ
অধৰ্ম্মক কৰি অপমান
লভিব খুজিছা তুমি স্বৰ্গ-সিংহাসন ?
ইমানতে যদি
স্বৰ্গত্যাগ নকৰা তুৰন্তে,
এতিয়াই প্ৰাণদণ্ড কৰিম বিধান।
নিজ অভিৰুচিমতে,
লোৱা বাছি পথ।

যদি প্ৰভু ৰাখা তুমি ধৰ্ম্মৰ সন্মান
শত্ৰু ভাব কৰি পৰিহাৰ
ৰাখ ভাগে ৰাখা মহাপ্ৰভু।

শিৱ — নিতান্তই ভ্ৰান্তি মোৰ ;
শত্ৰু ভাবে প্ৰৱেশিলে পুণ্য আশ্ৰমত
অৱশ্যেই পৰশিব পাপ।
গুৰু ! হ'ল শান্ত মহাপ্ৰভু মোৰ
শত্ৰু ভাব হল অন্তৰ্দ্ধান।
জানিব পাৰোনে গুৰু !
কিয় আজি শশধৰ তোমাৰ আশ্ৰিত ?
যি মহা পাপীৰ পাপে
প্ৰলয়ৰ কৰিছে সূচনা
সেই মহা পাতকীক অভয় প্ৰদানি
কিয় তুমি ধৰ্ম্মদ্ৰোহ কৰা আচৰণ ?

শুক্ৰ — ধৰ্ম্মদ্ৰোহ কদাপিতো নকৰে ভাৰ্গৱে।
গুৰু ধৰ্ম্ম ৰক্ষাৰ কাৰণে মাথো
নিৰ্ভয় মনেৰে দিছোঁ চন্দ্ৰক আশ্ৰয় ;
দোষাৰোপ কৰিছা মিছাতে।

শিৱ — আচৰিত কথা !
যি মহা পাপীৰ স্পৰ্শে
মহা নৰকৰ কীটো হয় কলুষিত
সি মহা পাপীৰ পাপ
কৰিব খুজিছা সমৰ্থন ?

শুক্র— কৰা নাই কেতিয়াও পাপ সমৰ্থন
ক্ষমা ধনে মহা ধনী পৱিত্ৰ ব্ৰাহ্মণ
সেই ক্ষমা আনন্দেৰে প্ৰদানি চন্দ্ৰক
প্ৰকাশিছে মাথো শুক্ৰে ব্ৰাহ্মণ্য প্ৰভাৱ।

শিৱ— ক্ষমা ! ক্ষমা ! ই মহা পাপীৰ ক্ষমা ?
এনে পাতকীক ক্ষমি
মহা পাপ কৰিবা মোচন ?
শুনা শুক্ৰাচাৰ্য্য !
এনে বিগৰ্হিত কাৰ্য্য কৰি আচৰণ
নকৰিবা দেৱ সহ মিছাতে বিবাদ।
চন্দ্ৰক সমৰ্পি আজি দেৱ সমাজত
কৰা ৰক্ষা ধৰ্ম্মৰ সম্মান।

শুক্ৰ— তুমি নিজে আশুতোষ প্ৰপন্নতাৰণ
প্ৰপন্ন চন্দ্ৰক কিয়
বৰ্জ্জনৰ বাবে মোক কৰিছে আদেশ ?
ভূত-যোনি শশধৰে মায়া-প্ৰপঞ্চত
কৰিছে অকাৰ্য্য সঁচা ঘৃণ্য জগতৰ ;
সেই বুলি নেথাকিব
অবিনাশী আতমাৰ গ্লানি চিৰদিন।
যি জন দুৰন্ত আজি ঘৃণ্য জগতৰ
সিজন নিশ্চয় কালি—
হব পাৰে মহা সাধু
জগতৰ উপকাৰী পৱিত্ৰ সুন্দৰ।

শিৱ — শুকৰ গৃহত' শুক্ৰ !
এনে দুৰাত্মাৰ স্থান কলঙ্ক মহৎ।
জানো মই নাই এনে জন,
যি জনে নিৰ্ম্মল ভাৱে কৰি সংশোধিত .
চন্দ্ৰক কৰিব পাৰে দেৱত্ব প্ৰদান ।
শুক্ৰ— প্ৰভুৰ কৃপাত—
শুক্ৰাচাৰ্য্যে শশাঙ্কক কৰি সংশোধিত
দিব পুনু দেৱৰ আসন ।
শিৱ— নকৰিবা আৰু শুক্ৰ মিছাতে বিবাদ।
যদিহে নকৰা তুমি ত্যাগ শশাঙ্কক
নিশ্চয় তোমাৰ সহ ঘটিব সমৰ ।
শুক্ৰ— আশুতোষ !
পাপীৰ আশ্ৰয়দাতা হয় যদি গুৰু,
গুৰুৰ সামৰ্থ্য যদি আছে কিবা মোৰ,
তেনেহলে নিশ্চয় জানিবা
সমৰত শুক্ৰাচাৰ্য্য নহব বিমুখ ।
শিৱ— নাই আৰু নকৰোঁ তোমাক ক্ষমা ।
হোৱা সাজু তেনে
দেৱ সহ যুদ্ধৰ কাৰণে ।
শুক্ৰ— আহাগৈ তেনে ত্ৰিলোচন,
সৈন্যৰ অধ্যক্ষ হৈ অমৰ সমৰ ।
আশ্ৰিতৰ বাবে কিদৰে যুজিব শুক্ৰে
দেখা পাবা সমৰ ভূমিত ।

শিৱ— ৰক্ষা নাই আৰু শুক্ৰ!
পাপীৰ লগত শাস্তি পাবা যথোচিত।
[ শিৱৰ প্ৰস্থান ]

শুক্ৰ— আহা চন্দ্ৰ!
থাকা আহি নিশঙ্ক মনেৰে।
[ দুয়োৰো প্ৰস্থান ]

## দ্বিতীয় দৃশ্য

দৈত্য সভা

[ দৈত্যৰাজ প্ৰহ্লাদ আৰু সেনাপতি

প্ৰহ্লাদ— সেনাপতি!
শুনিছানে উত্তৰ ফালেদি
শিঙা শঙ্খ দেৱ-বাদ্য ধ্বনি?
সেনাপতি— শুনিছো নৃপতি।
নহয় আনন্দ নৃত্য গীত বাদ্য ধ্বনি,
সমৰ আহ্বান বুলি হয় অনুমান।

প্ৰহ্লাদ— ময়ো তাকে ভাবিছোঁ মনত ।
কোনে আজি শান্তি ভঙ্গ কৰি
কৰিব খুজিছে আজি দৈত্য সহ বাদ
লোৱাঁ তাৰ তুৰন্তে সম্বাদ ।

সেনাপতি— শিৰোধাৰ্য্য আদেশ প্ৰভুৰ ।

[ শুক্ৰৰ প্ৰবেশ ]

শুক্ৰ— নহবা চিন্তিত মহাৰাজ !
আনিছোঁ সম্বাদ মই তাৰ ।

প্ৰহ্লাদ— কৰক গ্ৰহণ দেৱ
প্ৰীতি ভৰা বাক্-সম্ভাষণ ।

শুক্ৰ— হোৱা জয়ী দৈত্যৰাজ সকলো কামতে
মহাৰাজ !
বীৰ গুৰু ভৃগুপতি প্ৰপন্নতাৰক
আশ্ৰিতক পৰিত্যাগ নকৰে কদাপি ।
চন্দ্ৰই আচৰি দ্ৰোহ
গুৰু ধৰ্ম্ম দেৱ সমাজৰ
লৈছেহি দৈত্য গুৰু শুক্ৰৰ আশ্ৰয় ।
সি হেতু সসৈন্যে সাজি
আহিছে বিপক্ষে মোৰ
ইন্দ্ৰ সূৰ্য্য হুতাশন
বৰুণ কুবেৰ আদি যত দেৱকুল ।
বিশেষতঃ সপক্ষ দেৱৰ—
বাঘাম্বৰ ভৈৰৱ মূৰ্ত্তি ত্ৰিলোচন ।

প্ৰহ্লাদ— বুজিলো সকলো গুৰুদেৱ !
ধৰ্ম্ম-নীতি বখানো তোমাৰ ।
পূজ্যপাদ দেৱকুলে দুৰ্ভাগ্য বশত
সুবুদ্ধি তোমাৰ এই সজ্ঞ অভিপ্ৰায়
আচৰিছে মিছাতে বিৰোধ ।
তোমাৰ ধৰ্ম্মৰ বলে বলী দৈত্য কুল
কোনে পাৰে উপেক্ষিব আদেশ তোমাৰ ?

সেনাপতি— গুৰুদেৱ !
অৱজ্ঞা কৰোতে দানৱক
কতবাৰ দেৱ-বৃন্দে সহিছে লাঞ্ছনা
তথাপি নহল লাজ দুৰ্ম্মতি দেৱৰ ।
দেৱদল দলি মই ইবাৰ যুদ্ধত
বজ্ৰপাণি বাসৱক কৰি পদচ্যুত
দৈত্যৰ ৰজাক দিম দেৱ সিংহাসন ।

শুক্ৰ— ভৱিষ্যত ভাবি মহাৰাজ
নিনিয়াব সময় মিছাতে ।
উপযুক্ত অস্ত্ৰে শস্ত্ৰে
কৰা শীঘ্ৰে বাহিনী প্ৰস্তুত ।

[ শুক্ৰৰ প্ৰস্থান ]

প্ৰহ্লাদ— সেনাপতি ! সৈন্য সামন্তৰ স'তে
পশ্চাৰে সোনকালে ৰণ ৰঙ্গ ভূমি ।
জুৰি তুৰঙ্গম ৰথ সাৰথি সহিত
যাম শীঘ্ৰে, পশিম ৰণত ।

সেনাপতি— যিবা আজ্ঞা কিঙ্কৰৰ প্ৰতি ।

প্ৰহ্লাদ— ৰাখিবা মনত সেনাপতি,
আশ্ৰিতৰ বাবে মাথো
দেৱে দৈত্যে ঘটিছে সমৰ ;
নাই হোৱা ত্ৰিদিবৰ সিংহাসন হেতু ।

সেনাপতি— সকলো আদেশ দাসে পালিব যত্নেৰে ।

[ দুয়োৰো প্ৰস্থান ]

---

## তৃতীয় দৃশ্য

### নগৰৰ ৰাজ আলি

[ কালকেতু আৰু ধূমকেতু ]

কালকেতু— এই লুভীয়া বামুণটিৰ বুদ্ধিটি চোকা । যেই দেখিলে—কতো কোনো এটিও হানি বিঘিনি হোৱা নাই, আৰু তাৰ লগতে দহা তিলদানি আদিত পিঠাগুড়িৰ জলপান এটি খাবলৈ ক'তো হাত তিয়াব পৰা নাই, তেতিয়া বামুণীয়া বুদ্ধিৰে ফন্দি পাতি এই বুজ খনকে লগাই দিব

খুজিছে। আমাৰ ৰজাপাতবো যেনিবা বামুণে দহ বুলিলেই দহ, পঁচি বুলিলেই পঁচি! বা মই বামুণৰ কথাত কিয় পৰজাৰ অহিত চিন্তো, সেইটো নাই; যা বামুণৰ কথা মতে যুজত কটা-কটি কৰি মৰগৈ। এনে ৰজাৰ তলত নো বাক কেনেকৈ থাক থাক।

ধূম্রকেতু - নেথাকি কলৈ যাব খুজিছ অ'! জুইৰ তাপত উধান কলৈ পলাবি? মনে মনে থাক, এই দৰে কলে কোনোবাই লগাই দিব পাৰিলে আমাৰ কামটিহে যাব একা; বুইচ?

কালকেতু যায় যাব, থাকে থাকিব। সেই বুলি জানো বাটৰ কথা আমাৰ নকৈ পাৰো? মই জানো উচিত কথা কবলৈ তোৰ দৰে ৰজালৈ ভয় কৰোঁ। সোধ, সিদিনা ৰজাৰ আগতে বামুণ-টোক বিতলীয়া বুলি কৈ একেবাৰে খোত মোত চেলেকালো।

ধূম্রকেতু— নহয়, তই এইটো বৰ অইনাই কথা কৈছ। আমাৰ বাপুৰ নিচিনা আনৰ হিত চিন্তা লোক নায়েই বুলিবি; বুইচ।

কালকেতু— ওঁ মই বৰ অইনাই কথা কৈছোঁ, তই হলে শোপা শোপে নিয়াইকেহে কৈছ। বিতলীয়া বামুণ যদি ইমান ধৰ্ম্মী, আকৌ এই যুজখন কিহৰ অ'।

ধূমকেতু— যুদ্ধ নহৈ হব কি? টানত পৰি কোনোবাই আশ্ৰয় মাগিলে আশ্ৰয় দিব লাগে। দেৱতাৰ খেদাত চন্দ্ৰ আহি আমাৰ বাপুৰ চৰণত শৰণ পশাত অভয় দি ৰাখিছে। তেনেস্থলত এতিয়া আমাৰ বাপুৱে কোনটো সত্তৱে চন্দ্ৰক আকৌ হেকাই দিব? সেয়েহে কৈছো—বোলো এই যুদ্ধখন লগাত আমাৰ বাপুক একো দায় দিব নোৱাৰোঁ।

কালকেতু— হেৰ তই যে বামুণটোৰ গাত টোপকে পৰিব নিদিয়, তই জানো কব পাৰ—দেৱ তাবিলাকে চন্দ্ৰক কিয় মাৰিব খুজিছে?

ধূমকেতু— পাৰো তো কব।

কালকেতু— বাৰু কচোন কি কব পাৰ?

ধূমকেতু— কওঁ শুন। চন্দ্ৰই হেনো দেৱতাসকলৰ গুৰু বৃহস্পতিৰ ঘৈণীয়েকক চুৰ কৰি নি ৰাখিছিল। সেইটোৰেই হল দায়।

কালকেতু— বোলো বোপাই নে কোন, আঠুতে আছে সোণ। এতিয়া গোৰলৈ গলি? যেতিয়া দেখিলে দেৱতাসকলে চন্দ্ৰক মাৰিলে বাপুৰ পৰাচিত্তৰ পৰচা কেইটাৰ পৰালি পৰিব, তেতিয়া জানিবা চন্দ্ৰৰ গুৰু-পত্নী হৰণ শ্ৰীকৃষ্ণৰ ৰাস-লীলাহে হ'ল। যদি চন্দ্ৰই মহা পাপকে কৰিছে, তেনেহলেনো ইমান ধৰ্ম্মবীৰ গুৰু বাপুৱে চন্দ্ৰক

তেওঁৰ ঘৰত থাকিবলৈ দিব পায়নে ? যদি চন্দ্ৰ গুৰু-পত্নী হৰণ কৰাত শুচি হল, তেন্তে সেওঁনো সিদিনা কেনেকৈ শুকুনাক বাদ উঠিছে বুলি পৰাচিত কৰিহে খেলে চোঙে খাবলৈ দিছিল। মই কবৰ হলে ভাই, ধনলোভী বামুণৰ কথাত একো বিশ্বাস নাই।

ধূমকেতু— তই কি কব অ'! বামুণৰ মুখেই হৈছে বেদ। বামুণৰ আগত আমি কোন ?

কালকেতু— সেইদেখিতো। নহলে বামুণৰ কথামতে ৰজাই যুঁজ পাতিছে বুলি আমি মনে মনে ঘৰতে বহি থাকিলো হয়। পিচে বামুণক বলে নোৱাৰো দেখিহে।

ধূমকেতু— বাক সেইবিলাক কথা এৰি দে। এতিয়া আমাৰ কামৰ কৈফিয়ৎ দিব লাগিব নহয়।

কালকেতু— আমাৰ কিহৰ ভয়। এটা কাম এশ চিপাহী গোট খুৱালোৱেই। এটাহে বাকী ?

ধূমকেতু— সেইটোৰ উপায় ?

কালকেতু— বলচোন সোনকালে বিচাৰি যাওঁ! কাক ক'ত পাওঁ।

[ দুয়োৰো প্ৰস্থান ]

## চতুর্থ দৃশ্য

অৰণ্যৰ এপাঁতি ।

[ চকুত কাপোৰ বান্ধি গ্ৰহৰাজ শনিৰ প্ৰৱেশ ]

শনি— কোনে বুজে জগতত নাৰীৰ হৃদয় ।
নাৰীৰ কাৰণে
গ্ৰহৰাজ শনি আজি
চকু থাকি অন্ধৰ নিচিনা ।
যি শনিৰ নাম শুনি
হৈছিল আনন্দত বিমুগ্ধ জগত
সেই শনি আজি হায়
ভাৰ্য্যাৰূপা নাৰীৰ শাপত পৰি
মহা শত্ৰু হল জগতৰ ।

[ কালকেতু আৰু ধূমকেতুৰ প্ৰৱেশ ]

কালকেতু— কোন অ' এইপাত । চকুত কাপোৰ বান্ধি এইদৰে এইটো কোন আহিছে ?

ধূমকেতু - তই কিবা পাহৰা ধানৰ ভাত খালিনে কি অ' । বুজালৈ যাব লাগে বুলি কালি ভেকোমলৰ ২০ বছৰীয়া লৰাটিয়ে দহ বছৰ হৈছে বুলি চুৰিয়া নিপিন্ধি লাওঠ হৈ ফুৰা দেখা নাছিলি

হবলা ? এইদৰে কতই পলাই ফুৰিব লাগিছে !
এই লাঠুৰাই যুক্তৈ ধৰি নিয়ে বুলি চকুত
কিবা হোৰা ভেং ধৰি চকুত কাপোৰ বান্ধি
ফুৰিছে। পলম কৰাৰ সকাম নাই। বান্ধ
লাঠুৰাক।

কালকেতু— ( সেপ ঢুকি ) নহয় মই বুজিছো। তেনেকৈ
কৈ ভাৱ মনটোহে চাইছো। ওঁহ বান্ধ
লাঠুৰাক।

শনি - কোন আছ হবি সাৱধান,
নকৰিবি স্পৰ্শ দেহ মোৰ।

কালকেতু — ঔ মোৰ বোপাই। ইয়াৰ বৰ ভমক ঔ !
হেৰ তই কোন ?

শনি— গ্ৰহৰাজ শনি মই।

ধূমকেতু— কি তই শনি ? ঔ মোৰ বোপাই ! লাহতিৰ
মাক খিতাতে বাঁৰী হল ঔ।

[ আচাৰ খাই পৰে ]

কালকেতু— হেৰ কিয় তই এইদৰে আচাৰ খাই পৰিলি।
লাঠুৰাই শনি বোলোতেই শনি হল নে ? ভয়
নেখাবি, সুধি পুছি চাওঁ বহ ! হেৰা, তুমি
আমি বুজা . মাত্তেৰে সঁচাকৈয়ে কোবাচোন, তুমি
শনি যদি চকুত কিয় কাপোৰ বান্ধিছা ?

শনি— মই জগতৰ উপকাৰৰ কাৰণে চকুত কাপোৰ
বান্ধিছো। চকু মেলিলেই জগত ভস্ম হব।

কালকেতু— বোলো ভকত কেতিয়াৰ পৰা হলাহে ? তুমি বোলে হেনো যাকে পোৱা তাকে ঢোকে ঢোকে পানী খুউৱা ।

শনি— মোৰ এই অপবাদ . মোৰ অদৃষ্টৰ দোষত হৈছে । যেতিয়া মই প্ৰথমতে বজা হৈছিলো, তেতিয়া মই ধাৰ্ম্মিক বুলি জগতে প্ৰশংসা কৰিছিল । কিন্তু মোৰ দুৰ্ভাগ্য গুণে এনে দশা হল ।

কালকেতু— কি তোমাৰ দুৰ্ভাগ্য ভাঙি কোৱাঁচোন ।

শনি— বাক কওঁ শুনা । ঈশ্বৰ চিন্তা কৰিবৰ কাৰণে মই যুবতী ভাৰ্য্যাক ঘৰতে এৰি থৈ ঘোৰ অৰণ্যত তপস্যা কৰিছিলোগৈ । ভাৰ্য্যাৰ ঋতুস্নানৰ সময়ত তেওঁ পুত্ৰদান মাগিবৰ কাৰণে মোৰ ওচৰত নানা প্ৰকাৰ কাকুতি মিনতি কৰিছিল । মই ধ্যানস্থ ; একো শুশুনিলোঁ, চকু মেলি নেচালোঁ । তাতে সতী ভাৰ্য্যাই ক্ৰোধ কৰি মোক শাপ দিলে যে তুমি যাকে চকুৰে চাবা, সেয়ে ভস্ম হব । ভাৰ্য্যাৰ অভিশাপ বুলিব পাৰি মনত বৰ বেজাৰ পাই জগতৰ মঙ্গলৰ কাৰণে সেই দিনাৰ পৰাই চকুত কাপোৰ বান্ধিছোঁ । শনিৰ নাম শুনি ভয় কৰা এয়ে কাৰণ । মই কিন্তু প্ৰকৃততে কাৰো অহিত নিচিন্তো ।

কালকেতু— যদি তোমাক বান্ধো, ভাল মানুহটিৰ নিচিনাকৈ থাকিবা নে চকু মেলি চাবা ?

শনি— চকু মেলি চালেই সকলো শেষ। সেই কাৰণেহে দেৱ বোলা দৈত্য বোলা সকলোৱে শনিলৈ অলপ আশঙ্কা কৰে।

ধূমকেতু— হেৰ এৰি দে, এওঁ শনি, শনি, শনি। এওঁৰ কথাবিলাক দেখো বৰ চোকা চোকা।

কালকেতু— হেৰ অলপ ধতুৰা ! ইমান ভয় কৰিছ কিয় ? শনি হলেও আমাক এওঁ একো নকৰে বুলি কৈছে। আকৌ ভয় কিহৰ ?

ধূমকেতু— নাই, নাই, শাপত বিশ্বাস নাই। তোৰ কথা-মতে মই দেহাটি এৰিব নোৱাৰোঁ।

[ বেগেৰে ধূমকেতুৰ প্ৰস্থান ]

কালকেতু— যাক ওই যা। তোক দৰমহা ভালকৈ খুৱাম। গ্ৰহৰাজ ! আমাৰ সেৱাহে।

[ কালকেতুৰ প্ৰস্থান ]

শনি— উঃ ! মহা পৰিতাপ ;
কেউফালে মাথো মোৰ,
কৰে সবে কলঙ্ক ঘোষণা।

[ প্ৰস্থান ]

## পঞ্চম দৃশ্য

সূৰ্য্যলোক

[ ইন্দ্ৰ আৰু সূৰ্য্য ]

ইন্দ্ৰ— সখা দিবাকৰ !
তেজঃপুঞ্জ জ্যোতিৰ্ম্ময় আনন তোমাৰ
কিয় আজি অকস্মাৎ দেখিছো নিষ্প্ৰভ ।
দৈত্য দলনৰ হেতু
শঙ্খ ঘণ্টা দেৱবাদ্য
বাজিছে আকাশ ভেদি মহা উচ্চ ৰৱে,
তাতো কিয় নিৰুৎসাহ দেখিছো তোমাক ?

সূৰ্য্য— প্ৰকৃততে দেৱৰাজ !
সংগ্ৰামত নিৰুৎসাহ নহয় ভাস্কৰ ।
ভাই মোৰ সুধাকৰ,
সিকাৰণে, চন্দ্ৰৰ বিপদ ভাবি
ভাতৃস্নেহে, ব্যথিত অন্তৰ মাথো মোৰ ।

ইন্দ্ৰ— ধৈৰ্য্য ধৰা সখা !
ভাতৃস্নেহে আজি
কৰ্ত্তব্যত নহবা বিমুখ ।

দেৱ ধৰ্ম্ম গুৰু দ্ৰোহী যি জন পাতকী
সিজন তোমাৰো দ্ৰোহী।
গুৰু ধৰ্ম্ম দেৱৰ সন্মান অৰ্থে
পশা সখা ভাতৃ সমৰত।

সূৰ্য্য— ক্ষমা ধন পৰম পৱিত্ৰ পুৰন্দৰ।
সাংসাৰিক গৌৰৱ লাভত
কিয় হল ক্ষমা ধনে দৰিদ্ৰ অমৰ
এই ভাৱে, দহিছে অন্তৰ মোৰ।

ইন্দ্ৰ— ক্ষমা ধনে নহয় দৰিদ্ৰ দেৱ-দল।
দেৱ দ্ৰোহী ভাতৃয়ে তোমাৰ
ক্ষমা ভিক্ষা নুখুজি দেৱক
ললেগৈ দেৱ-শত্ৰু দৈত্যৰ আশ্ৰয়।
তেনেহলে চোৰা ভাবি সখা,
কিদৰে ক্ষমাৰ পাত্ৰ হয় শশধৰ?

সূৰ্য্য— ক্ষমা কৰা মতিমান অপৰাধ মোৰ।
ভাতৃৰ স্নেহত পৰি
ধৰ্ম্ম মই বিসৰ্জ্জন নোৱাৰোঁ কৰিব।
যোৱা দেৱৰাজ!
তীব্ৰগতি ৰথ জুৰি
নিমিষতে পশিম ৰণত।

ইন্দ্ৰ— লভিলো পৰম প্ৰীতি সখা!
যাওঁ মই,
আহিবা তুৰন্তে তুমি।

সূৰ্য্য— ধৰ্ম্ম সত্য ন্যায়ৰ কাৰণে
যাম আজি ভাতৃৰ বিপক্ষে।
কিন্তু তথাপিতো
ভাতৃ উদ্ধাৰৰ বাবে
মনত অলপ আশা ৰল।

[ সূৰ্য্যৰ প্ৰস্থান ]

[ ঐক্যতান বাদন ]

— ———

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

সমৰ প্ৰাঙ্গন

[ সসৈন্যে দৈত্যৰাজ প্ৰহ্লাদৰ প্ৰবেশ ]

প্ৰহ্লাদ— সৈন্যগণ !
সকলোৱে সাৱধানে
শুনিবা আদেশ মোৰ ।
যদিও সমৰ ক্ষেত্ৰে
উপস্থিত দৈত্যপতি বৈষ্ণৱ প্ৰহ্লাদ,
তথাপিতো নিশ্চয় জানিবা
আশ্ৰিতৰ কাৰণেহে মাথো,
সমৰৰ এই আয়োজন ।
নহয় দেৱতাবৃন্দ বৈৰী প্ৰহ্লাদৰ
চিৰদিন হিতৈষী আমাৰ ।
অসৎ অত্ৰিৰ পুত্ৰ
চন্দ্ৰৰ কাৰণে মাথো,
আচৰিছে দেৱবৃন্দে দৈত্যেৰে বিৰোধ ।

সিকাৰণে কঁও সৈন্যগণ
আত্ম ৰক্ষা বিনে
অনৰ্থক দেৱহিংসা নকৰিবা কেৱে।

সেনাপতি— মহামতি দৈত্যৰাজ!
নধৰিব অপৰাধ ইহেন দাসৰ।
অদিতি নন্দন দেৱগণ
চোৰাঁ সৌ সুসজ্জিত
হাতে ধৰি দেৱ প্ৰহৰণ।
শত্রু ভাব নকৰিলে বিপক্ষ পক্ষক
বিঘ্ন হব পদে পদে সমৰ ভূমিত।

প্ৰহ্লাদ— নকৰিবা ভয় সেনাপতি!
দেৱবৃন্দ ভকতৰ অক্ষয় কবচ।
দেৱৰ প্ৰীতিৰ অৰ্থে
দেৱ অস্ত্ৰ কৰি প্ৰহৰণ
ন্যায় মতে সকলোৱে কৰিম সমৰ।
যোৱাঁ তুমি সেনাপতি দক্ষিণ ফালেদি
অৱৰোধ কৰাগৈ অমৰ বাহিনী।

সেনাপতি— শিৰোধাৰ্য্য আদেশ প্ৰভুৰ।
সৈন্যগণ, পিচে পিচে আহা সবে মোৰ।
[ সসৈন্যে সেনাপতিৰ প্ৰস্থান ]

প্ৰহ্লাদ— সুৰাসুৰ নহয় সমৰ ইটো।
দৈত্যৰাজ প্ৰহ্লাদৰ ৰাজ শাসনৰ
মাথো ইটো পৰীক্ষা বিধিৰ।

দুখহাৰী কৃষ্ণদেৱ !
স্থায়ৰ সন্মান যেন ৰাখা যুগে যুগে ।

[ বেগেৰে শুক্ৰৰ প্ৰৱেশ ]

শুক্ৰ— দৈত্যৰাজ !
ইন্দ্ৰ সূৰ্য্য হুতাশন
বৰুণ পবন আদি যত দেৱ কুল
কালান্তক মূৰুতিৰে
প্ৰৱেশিছে আহি সবে সমৰ ভূমিত ।
জানো মই তোমাৰ হৃদয়
কৰুণ ৰসেৰে ভৰপূৰ ।
কিন্তু সেই হিয়া যদি
সমৰত নহয় কঠোৰ—
যুদ্ধত বিজয় লাভ নহব কদাপি ।
যদিহে নোৱাৰে মহাৰাজ !
জয়াতুৰ চন্দ্ৰক ৰাখিব
কুযশ থাকিব সদা দৈত্যৰ বংশত
লোপ পাব তব ধন্য নাম ।
নীতি শাস্ত্ৰে সুপণ্ডিত তুমি মহাজন
ৰাজ নীতি বুজাবৰ নেদেখো কাৰণ ।
যাওঁ মই শিৱ-ধাৰ ৰক্ষা কৰোগৈ,
তুমি ইয়াতেই থাকি
সাৱধানে দেৱ সহ কৰিবা সমৰ ।

প্ৰহ্লাদ— গুৰুদেৱ !
স্বভাৱতে ঘটে পূৰ্ব্ব কৰ্ম্ম নিবন্ধন
বিনা ভোগে কৰ্ম্মনাশ নহয় কদাপি ।
তুমি কৰ্ত্তা গুৰু মোৰ
আদেশ পালক মাথো দাস,
নহব লঙ্ঘন প্ৰভু আদেশ তোমাৰ ।

শুক্ৰ— স্থিৰপ্ৰজ্ঞ তুমি মহাজন !
সিদ্ধ হব সঙ্কল্প তোমাৰ ।

[ শুক্ৰৰ প্ৰস্থান ]

[ ৰণবেশে ইন্দ্ৰৰ প্ৰৱেশ ]

ইন্দ্ৰ— দৈত্য কুলপতি !
পুণ্যবান শুচি তুমি বৈষ্ণব সুধীৰ
ব্ৰহ্মা বিষ্ণু দেৱগণ সঙ্গতি তোমাৰ,
দেৱ সহ বাদ এই কাৰ্য্য বিগৰ্হিত ।
দেৱ দৈত্য সম্প্ৰীতিৰ বাবে—
তাৰা চন্দ্ৰ অৰ্পি বাসৱক
ধৰ্ম্ম ৰক্ষা কৰা মহাৰাজ !
দেৱাসুৰ যুদ্ধ মাথো বিনাশ কাৰণ ।

প্ৰহ্লাদ— সুৰপতি !
দেৱকুল চিৰদিন নমস্য আমাৰ,
নাই মোৰ দেৱতাৰে অলপো বিৰোধ ।

শিষ্যৰ ঈশ্বৰ গুৰু
গুৰুৰ আদেশ আজ্ঞা পালিছে শিষ্যই।
প্ৰদানিছে গুৰুদেৱে অভয় চন্দ্ৰক,
তেনেহলে কোঁৱা পুৰন্দৰ!
কিবাদৰে তাৰা চন্দ্ৰ অৰ্পিব তোমাক?
দৈত্যৰ প্ৰধান গুৰু শুক্ৰ মহামতি,
তেওঁৰ আদেশ মতে আজি
সমৰেৰে তোষিম দৈৱক।

ইন্দ্ৰ— নিতান্তই যুজা যদি
হোৱাঁ সাজু যুদ্ধৰ কাৰণে।

প্ৰহ্লাদ— আছো সাজু পুৰন্দৰ
কৰা আগে শৰৰ সন্ধান।

[ আগেয়ে ইন্দ্ৰই ধনুত কাঁড় লগায়, দুইবো ঘোৰ যুদ্ধ,
যুদ্ধ কৰি কৰি দুইবো প্ৰস্থান ]

— — —

## দ্বিতীয় দৃশ্য

[ চকুত কাপোৰ বান্ধি সশস্ত্ৰে শনিৰ প্ৰৱেশ ]

শনি— অখিল সমৰ অগ্নি দৈত্য দেৱতাৰ
উঠিছে আকাশলজ্বি সৈন্য কল-কলি।
বিকট গৰ্জ্জন শুনি দৈত্য কটকৰ
কঁপিছে অন্তৰ মোৰ।
যাওঁ কেনি নেপাওঁ উদ্দিশ একো।

[ বেগেৰে সসৈন্যে দৈত্য সেনাপতিৰ প্ৰৱেশ ]

সেনাপতি— পলাই সাৰিবি কত ?
দেৱকুল ধ্বংস হব আজি দৈত্য ৰণে।
ই কি ছদ্ম বেশ।
চকুত কাপোৰ বান্ধি
কোন ইটো ধূৰ্ত্ত দেৱাধম !
কৰ দুষ্ট ছদ্মবেশ ত্যাগ
সন্মুখত কাল তোৰ, দৈত্য সেনাপতি।

শনি— ছদ্মবেশ নহয় সোনানী !
যাৰ কটাক্ষত
সৃষ্টি ধ্বংস হব পাৰে এক মুহূৰ্ত্তত
ময়ে সেই কালান্তক শনি গ্ৰহপতি।

থল দুষ্ট দৈত্যৰ লগত
ধ্বংস হব পাৰে বুলি অমৰ সমাজ
সিকাৰণে চকু মেলি
চোৱা নাই এতিয়াও মই।

সেনাপতি— নির্ম্মম অধম!
তয়ে মাথো জগতৰ মহা অমঙ্গল।
তোৰ কাৰণেই
ৰাজ্য ভ্ৰষ্ট ৰজা হয়
শস্যহীনা হয় বসুন্ধৰা
যতে ততে তয়ে মাথো ঘটাব বিপ্লৱ।
তোক বধ কৰি
নতু বন্দী কৰি চিৰ দিন
সাধিম মঙ্গল জগতৰ।

শনি— নকৰিবি অহঙ্কাৰ দৈত্য কুলাঙ্গাৰ
জানিছনে কাৰ সতে কৰিছ বিবাদ?
কৰ দুষ্ট শনি সহ ৰণ
প্ৰকাশি বিক্ৰম তোৰ।

[ দুইবো ঘোৰ যুদ্ধ, শনি পৰাস্ত হয় ]

সেনাপতি— দূত!

দূত— সৰ্ক দেউতা ঈশ্বৰ!

সেনাপতি— লোৰ শিকলিৰে বান্ধি এই দুৰাত্মাক
কাৰাগাৰে ৰাখা বন্দী কৰি।

মনমোহা যুৱতীৰ
ৰূপৰ মাধুৰী দেখি,
জীৱনৰ মহা-নীতি
নেপালাবা আৰু দলিয়াই।
জন্মদাতৃ জননী সদৃশ
তাৰাক মূৰত লৈ
পুনৰ গুৰুক তুমি কৰি সমৰ্পণ
ক্ষমা ভিক্ষা খোজাগৈ গুৰুৰ পাৰত।
ক্ষমে যদি গুৰুৱে তোমাক,
পাবা ৰক্ষা সকলোতে,
নহলে নৰক বাস নিশ্চিত তোমাৰ।

চন্দ্ৰ— দেৱ! আচৰিছো কিনা মই গুৰু-অপৰাধ?
গুৰু প্ৰতি ভালপোৱা নে কি মহা-পাপ?

শুক্ৰ— গুৰু প্ৰতি ভাল পোৱা
হৃদয়ৰ মহৎ শকতি সুধাকৰ।

চন্দ্ৰ— তাকেহে কৰিছো মই।
তাৰা মোৰ হৃদয়ৰ দেৱী,
হৃদয়ত ৰাখি পূজা কৰিছো সদায়—
প্ৰেমৰ পূজাৰী মই
সৌন্দৰ্য্যৰ ভৰপূৰ তাৰাৰ প্ৰেমৰ।
হব নে কি অপৰাধ প্ৰেমৰ ভকতৰ?

শুক্ৰ— উপ-পত্নী ৰূপে তুমি কৰিছা গ্ৰহণ
সেই মহা দোষে দোষী তুমি।

চন্দ্ৰ— পত্নী ৰূপে কৰিছোঁ গ্ৰহণ !
পত্নী কাৰ কোন দেৱ এই সংসাৰত ?
বিশ্বপতি নাম যাৰ এই জগতত
তেৱেঁই মাথোন পতি সকলো জীৱৰ,
জগ-জীৱ পত্নী সিজনৰ ।
তেনে কিবা দৰে দেৱ,
তাৰাই কৰিব মোৰ পতিত্ব স্বীকাৰ ?
কিম্বা দৰে তাৰা দেৱী
পত্নী হব মোৰ ?
সৌন্দৰ্য্যৰ ৰাণী তাৰা,
সৌন্দৰ্য্যৰ উপাসক মই,
এয়ে মাথো সম্বন্ধ আমাৰ ।

শুক্ৰ— চন্দ্ৰ ! দিলা তুমি যথাৰ্থ উত্তৰ ।
কিন্তু জানিছানে শশধৰ,
কোনো এটি নিয়মত
গোটেই ব্ৰহ্মাণ্ডখন লাগিছে ঘূৰিব ।
সেইদৰে আমাৰো জীৱন
বৈদিক সামাজিক নিয়ম তন্ত্ৰত
হৈ আছে চালিত সদায় ।
সেই হেতু কওঁ সুধাকৰ,
সমাজ-বৰ্জ্জিত এনে কৰি আচৰণ
শান্তিৰ শীতল ছাঁয়া
নিশাৰ সপোন হব তোমাৰ মনত

চন্দ্ৰ – দেৱ !
দেশাচাৰ বেদাচাৰ আদি
ধৰ্ম্ম-নীতি আছে যতবোৰ
সকলো কল্পনা মাথো,
লেশ মাত্ৰ সত্য নাই তাত ।
দুখনি কোমল হিয়া মিলনৰ হেতু
হয় যদি উভয়ৰে প্ৰেমৰ বিকাশ
সেই প্ৰেম ছিন্ন কৰি কৰিলে লুণ্ঠিত
জগতত মহা ধৰ্ম্ম হব সমাধান ?
এয়ে নে কি ধৰ্ম্মৰ নিয়ম ?

শুক্ৰ— মোহান্ধ যুৱক !
নোদোষিবা বেদাচাৰ
নোদোষিবা দেশাচাৰ,
নেভাবিবা ন্যায় নীতি অসাৰ্থক বুলি
ব্যভিচাৰে সৃষ্টি লোপ হ'ব
দেৱ মানৱৰ ক'তো সমাজ নৰব,
শান্তি শূন্য হব মাথো গোটেই সংসাৰ ।
চন্দ্ৰ !
হিত উপদেশ মোৰ নকৰা লঙ্ঘন,
গুৰু-পত্নী পৰিত্যাগ কৰি
সকাতৰে ক্ষমা খুজি গুৰুৰ পাৰত
প্ৰায়শ্চিত্ত হোৱা পাতকৰ ।

[ শুক্ৰৰ প্ৰস্থান ]

তাৰা— তেন্তে প্ৰাণধন !
মৰুময় ৰসহীন গুৰুৰ হাতত,
উদ্দীপ্ত যৌৱন মোৰ সমৰ্পি তুনাই
পাপ-পঙ্ক পেলাবা পথালি ?

চন্দ্ৰ— পাপ ! পাপ ! পাপ !
পাপলৈ নকৰো সংশয় ।
নাই ভয়, নকৰা আশঙ্কা দেৱি !
অসিঘাতে ছিন্ন কৰি বৃহস্পতি শিৰ,
তোমাৰ পদত অৰ্পি
প্ৰেমৰ পূজাৰী হৈ
চিৰ দিনে পূজিম তোমাক ।

[ অধৰ্ম্মৰ প্ৰবেশ ]

অধৰ্ম্ম— ঠিক কথা মিত্ৰবৰ !
বৃদ্ধৰ বাক্যত,
বিচলিত নহবা হঠাতে ।
অৰসিক বৃহস্পতি অযোগ্য তাৰাৰ
বৈৰী মাথো তোমাৰ প্ৰেমৰ ।
বৈৰী নিৰ্য্যাতন কৰি
কিয়নো নকৰা সখি
নিষ্কণ্টক প্ৰেম-সিংহাসন ?

চন্দ্ৰ— কোন তুমি ?
সখি বুলি সম্বোধন কৰি
দিছা আহি হিত উপদেশ ?

দূত— যিবা আজ্ঞা বীৰবৰ !

সেনাপতি— সাৱধান হবা সকলোৱে
চকুৰ কাপোৰ যেন
উদঙাই নিদিয়ে কোনেও।
নহলে শনিৰ দৃষ্টি পৰিলে ৰাজ্যত
হব নানা মহা অমঙ্গল।

[ সেনাপতিৰ প্ৰস্থান ]

১ম সেনা— বেচ বেচ, যিহকে বিচাৰিছিলো, তাকে পাইছো। এই লাঠুৰাই পাই মোৰ ঘৰখন একেবাৰে লাং-লাং ঠাং ঠাং কৰিলে ; তেও পাষণ্ডৰ হুতাহ পলোৱাই নাই। ইবাই গণকৰ হতুৱাই পাঁজি চোৱাওঁ—বোলে আপোনাৰ শনি গ্ৰহ বেয়া হৈছে ; সিবাই বাইলুঙৰ হতুৱা মণ্ডল চোৱাওঁ—বোলে আপোনাৰ শনিৰ দশা পৰিছে ;—এই খন হে। গণক বাইলুঙক দিওঁতে দিওঁতে ঘৰত ফুটা কড়ি এটিও নোহোৱা হল ; তথাপি আৰু শনিয়ে মোৰ লগ এৰা নিদিলে। সেইদেখি বাপেকে শনিলৈ এনে এপাতহে খং উঠি আছে—বোলো শনিক লগ পোৱা হলে শনিৰ কচি কচি মঙহ খালোহেঁতেন। পিচে মোৰ ভাইগৰ

গুণে, সেই শনি আহি মোৰ হাতত‌ে পৰিছে।
এতিয়া আক অমুকাক পাই কোনে?

২য় সেনা— হেৰা ভদীয়া ককাই! এইখন কি বকিছা হে মই হলে এটা কথা কব খুজিছো।

১ম সেনা— (ভাবি মাৰি) কি ভদীয়া কাই ভদীয়া কাই এটা কথা হলেও বা দুটা কথা হলেও সেইদৰে কবৰ তই কোন?

২য় সেনা— কি দৰে নো কব লাগে হেঁ? আমি মূৰুখ মানুহ; শিকাই দিলেহে আক'।

১ম সেনা— ইঃ এনে কেচুৱা লৰাটো; ইয়াক আকৌ শিকাই দিব লাগে। ৰজাই এহেজাৰ চিপাহীৰ ওপৰত নায়েকদাৰ পাতি মোক পালি সেনাপতি বাব দিয়া ই কবই নোৱাৰে। সেনাপতি বুলি নোখোজো মাতিব, হাজৰিকা বুলি মাতিলেও তো হয়। সেইটো নাই—হেৰা ভদীয়া কাই। কেলেই মাতিম! মই তোৰ দৰে নোম নেগুৰ নোহোৱা কুকুৰ নে?

২য় সেনা— হেৰা, ইমান গপ্ গপ্‌কৈ নকবা হেঁ। কুকুৰৰ যদি নেজ দীঘল হৈছে, নিজে পাৰি বহিবি; আনক তো মিদিব?

১ম সেনা— হেৰ কটা কুকুৰ! তই দেখোন অথাইঃতে ধৰিলি! মই কুকুৰ, তই কি?

(গলধনত টিপা মাৰি ধৰি) এতিয়া কি কৰিম?

২য় সেনা— ভালে ভালে এৰি দিয় যদি দে। নহলে খং উঠিব লাগিলে, কথা বেয়া হবএকা, বুইছ।

১ম সেনা— কি বেয়া কৰিবি অ' কুকুৰ। (ঠেলামুৰি মাৰে,

২য় সেনা— অ' কটা কুকুৰ! তই হাজৰিকা বাব পালি বুলি সহি থকা যেন পাইছ নে?

[ ২য় সেনাই ১ম সেনাক বগৰাই লৈ পাৰে মানে গুৰিয়াই লথিয়াই মাৰে। শনিৰ প্ৰস্থান ]

১ম সেনা— হেৰ হল বোপাই! হল, হল। এৰ, এৰ, মোক শনিয়ে পাইছে, মোক শনিয়ে পাইছে।

২য় সেনা— এতিয়া হলে শনিয়ে পাইছে? মনে মনে থকা যেন পাব! এতিয়া কেনে পালি? আগলৈ আৰু মোক জোকাই লবি নে?

১ম সেনা— হেৰা ভাই, কাবৌ কৰিছো মনে মনে নৰে থাকা; মোৰে জানিবা দোষ চাই দণ্ড হল। যি কৰিলা কৰিলা; মোৰে শপত, এই কথা যেন কাৰো আগত নুলিওৱা। নহলে মোৰ হাজৰিকা বাব পোৱাৰ মান শোপাই যাব। মোক যদি শনিয়েই নেপাব, তেনেহলে মই ইমান বুজৰ মানুহটোৱে তোৰ লগত কাজিয়া পাতো নে?

২য় সেনা— মই তোমাক কব খুজিছিলো বোলো চপাই জুইত জাপ দি পুৰি মৰাৰ নিচিনাকৈ সেনাপতিৰ কথা মতে শনিক বান্ধিবলৈ নেযাবা।

পিচে মোৰ কথাষাৰ নৌ-ওলাওঁতেই মোৰ টেঁটুতে ধৰিলা।

১ম সেনা— মোক দায় নিদিবা। ইকালে শনি কাষতে। (শনিৰ ফালে চাই নেদেখি) হেৰা শনি কলৈ গল? সিপালিত কৈ আকৌ ইপালিহে টান হল যেন পাইছোঁ।

২য় সেনা— শনি পলাই গল কাৰণেহে তোমাৰ ৰক্ষা। নহলে তোমাৰ ফালে আধ্যা লাগিলহেতেন।

১ম সেনা— উস! উস! শনিৰ ইমান পৰতাপ! ভালেতোহে সিদিনা কান্দুৱা গণকে তুমি শনি গ্ৰহৰ কাৰণে অপমান পাবা বুলি কৈছিল। শনিৰ নিমিত্তে এটা ভোজনী নিদিলে ভাল নহব বুলি কোৱাতো গণকৰ ফাঁকি বুজিব নোৱাৰি বুলি ভোজনীটি নিদিলো। তোৰে শপত ভাই, এই বেলি ৰণৰপৰা ঘূৰি যাব পাৰিলে, ধাৰে ঋণে ভোজনীটিৰ হে দিহা কৰিম। পিচে ভাই, আমি শনিক ফাটকত নিদিয়াৰ নিমিত্তে কি জানি আমাক সেনাপতি ডাঙৰীয়াই দণ্ড কৰে!

২য় সেনা— বাৰু সেইটো যি হয় হব। যি ঠাইত শনি আছিল, সেই ঠাইতে থকা উচিত নহয়; বলা বেগাবেগিকৈ ইয়াৰ পৰা।

১ম সেনা— ওঁহ্ বল জেনে ভাই! মোৰে শপত তই
মোক মৎা কথা কাৰো আগত নকৰি।
২য় সেনা— নকওঁ বলা।*এনে কথা আছে নে?
[ দুয়োৰো প্ৰস্থান ]

## তৃতীয় দৃশ্য।

ৰণ-ভূমি।

[ যুদ্ধে সাজে অগ্নি আৰু বৰুণৰ প্ৰবেশ ]

বৰুণ— চোৱাঁ অগ্নিদেৱ!
ধূলাময় অন্ধকাৰ দিগ দিগন্তৰ
শত্ৰু মিত্ৰ কাকো কতো চিনিব নোৱাৰি।
কোৱা হুতাশন! কাৰ সমৰত সৌ
ছিন্ন ভিন্ন সেনাগণ ভয়ত পলায়?
অগ্নি— হে বৰুণৰাজ!
মহাভক্ত দৈত্য কুলপতি
প্ৰহ্লাদৰ অস্ত্ৰ প্ৰহাৰত
পুৰন্দৰ পৰাজয় হল সমৰত।
দেৱৰাজ মহেন্দ্ৰৰ পৰাজয় দেখি
নিমিষে বাঢ়িলো আগ।

কিন্তু কিযে আচৰিত দৈত্য বাহিনীৰ
ভৈৰব হুঙ্কাৰ শুনি
অস্ত্ৰ মোৰ পৰিল খাটিত
প্ৰাণ ৰাখি কোনোমতে আহিলো পলাই।
সৌ যে দেখিছা জলৰাজ!
প্ৰভঞ্জনে মহা কোপে
শুক্ৰ সহ যুঁজিব লাগিছে
কাৰ জয় লাভ হব নোৱাৰো বুজিব।

বৰুণ— বিষম সঙ্কট হুতাশন!
এই সময়তে যদি
কৰোগৈ ছুয়োজনে সাহায্য বায়ুক
হব পাৰে দৈত্যাচাৰ্য্য শুক্ৰ পৰাজয়।

অগ্নি— নকৰা পলম তেনে।
[ বেগেৰে দুইৰো প্ৰস্থান ]

[ যুদ্ধ কৰি কৰি শুক্ৰ আৰু বায়ুৰ প্ৰবেশ ]

শুক্ৰ— তুৰন্তে পলোৱা বায়ুৰাজ!
নাই আৰু তোমাৰ উপায়।

বায়ু— উঃ নোৱাৰোঁ সহিব আৰু অস্ত্ৰৰ প্ৰহাৰ।
[ যুদ্ধ এৰি পলায় ]

শুক্ৰ— আজি সংগ্ৰামত
নাই পোৱা আজৰি সমুলি।
বৃহস্পতি! ক'ত আজি দেৱ-বীৰ্য্য?

আজ তুমি হীন বুদ্ধি
ভাবিবানে দৈত্য সমাজক ?

[ বেগেৰে বৰুণৰ প্ৰৱেশ ]

বৰুণ— ৰণ খোজ দিয়া দৈত্যগুৰু !
দেখা পাবা দেৱ-বীৰ্য্য আজি সমৰত ।
মহাপাপী চন্দ্ৰৰ কাৰণে
দেৱ আজ্ঞা কৰিছা লঙ্ঘন,
সেই বাবে তোমাৰ বিপক্ষে
বৰুণে ধৰিছে এই মহা প্ৰহৰণ ।

শুক্ৰ— ধিক যত দেৱ-বীৰ্য্য !
ধিক ধিক জ্ঞান শিক্ষা দেৱ সমাজৰ !
ধৰা অস্ত্ৰ জলৰাজ,
দেখা পাম সমৰত দেৱৰ বিক্ৰম ।

[ দুয়োৰো যুদ্ধ, বৰুণ পলায় ]

শুক্ৰ— এই শক্তি লৈয়ে
শুক্ৰ-সমৰত আজি পশিলা বৰুণ ?
নিৰ্লজ্জ দেৱতা বৃন্দে অমৰত্ব লভি,
বাৰ বাৰ সমৰত
ৰাখিছে পলাই মাথো প্ৰাণ ।

[ বেগেৰে অগ্নিৰ প্ৰৱেশ ]

অগ্নি— মিছাতেই কিয় নিন্দা কৰিছা দেৱক ?
এতিয়াও পূর্ণ তেজে আছে হুতাশন,
পৰাজয় কৰি আজি অগ্নি দেৱতাক
দেখুৱা যুদ্ধত শুক্র বিক্রম তোমাৰ।

শুক্র— হে হুতাশন !
কিয় হোৱা আত্ম বিস্মৰণ ?
নাজানানে অগ্নিদেৱ !
চিৰ দিন আছা তুমি মোৰ অধীনত ?

অগ্নি— দৈত্য-গুৰু শুক্রাচার্য্য !
মন্ত্ৰাধীন দেৱকুল জানে সকলোৰে।
তোমাৰ যজ্ঞৰ মন্ত্রে তুষ্ট অগ্নিদেৱ ;
সেই বুলি সমৰ ক্ষেত্ৰত
নোহে অগ্নি মন্ত্ৰৰ অধীন।
চিৰদিন মন্ত্র বলে তোষিছা অগ্নিক
আজি সমৰত শুক্র, তোষা সমৰেৰে।

শুক্র— ধৰ্ম্ম সত্য ন্যায়ৰ কাৰণে
চন্দ্ৰৰ সপক্ষে মাথো এই যুদ্ধ-পণ।
ধৰা অস্ত্র অগ্নিদেৱ,
সমৰ যজ্ঞত আজি
শুক্রাচার্য্যে অস্ত্রাহুতি কৰিছে প্ৰদান।

[ দুইবো ঘোৰ যুদ্ধ ; যুদ্ধ কৰি কৰি প্ৰস্থান ]

## চতুৰ্থ দৃশ্য

### প্ৰান্তৰ

[মলিন মুখে ইন্দ্ৰ আৰু যম ৰজাৰ প্ৰৱেশ]

ইন্দ্ৰ— ঘটিল অকাজ মৃত্যুপতি!
চন্দ্ৰৰ কাৰণে হায়
লাঞ্ছিত দেৱতাবৃন্দ আজি দৈত্য ৰণে।
দৈত্যৰাজ প্ৰহ্লাদৰ সুতীক্ষ্ণ শৰত
ছিন্ন ভিন্ন হল মোৰ অভেদ্য কবচ
দেৱশক্তি সমবত হল পৰাভৱ।
নোবাবো বুজিব মৃত্যুৰাজ!
কি বলন্ত বলীয়ান বৈষ্ণৱ প্ৰহ্লাদ,
সমবত সুৰগণ ভয়ত পলায়।
প্ৰহ্লাদক লক্ষ্য কৰি কৰোতে প্ৰহাৰ
বজ্ৰ মোৰ থাকিল অচল
নোবাৰিলো আগবাঢ়ি যাব।
শুক্ৰৰ হাতত্তো আজি
এটি এটি কৰি সবে পৰাস্ত মানিলে—
বাকী মাত্ৰ আছা তুমি
আৰু আছে ধনপতি কুবেৰ ভাস্কৰ।
প্ৰাণী অন্তকাৰী তুমি
দৈত্যপ্ৰাণ অন্ত কৰা
দৈত্য-দেৱতাৰ এই মহা সমৰত।

যম— হে দেবরাজ!
দেবশক্র শুক্রাচার্য্য মন্ত্র বলে বলী
শুক্র মন্ত্র প্রভাবেত
নষ্ট হল মহা শক্তি আজি দেবতার।
আর চোরা ভাবি দেবরাজ!
কৃষ্ণদেব আছে যার রক্ষক সদায়,
যার কুল-পুরোহিত
শুক্রাচার্য্য মহামতি মন্ত্রবিশারদ,
সেই ভক্ত প্রহ্লাদর বীর হৃদয়ত
সাধ্য কিটো আপোনার বজ্র হানিবর?
যদিবাও মৃত্যুপতি মই দণ্ডধর
কিন্তু সেই কুলি বজ্রপাণি!
নহর সমর্থ যম দৈত্য বিনাশত।
মৃত্যু সঞ্জীবনী মহা মন্ত্রর বলত
আগেয়েই তিনি শুক্রে রাখিছে যমক
অসম্ভব দৈত্য বধ শুক্রর আগত।

ইন্দ্র— ধিক ধিক অমরর অমরত্ব লাভ,
লাঞ্ছিত অমর আজি নরর হাতত।
হে মৃত্যুরাজ!
শুক্রর নিমিত্তে যদি আশঙ্কা প্রবল,
যেনেতেনে প্রহ্লাদক করা আক্রমণ।
নকরা শঙ্কাম দণ্ডধর!
উপস্থিত দেবতাৰ আসন্ন বিপদ।

যম— ক্ষমা কৰা সুৰশ্ৰেষ্ঠ।
শক্তি নাই এই কৃতান্তৰ
অস্ত্ৰাঘাত কৰিবৰ
কৃষ্ণভক্ত প্ৰহ্লাদৰ পবিত্ৰ দেহত।
পাপী অন্তকাৰী আমি
সেই হেতু নাম মোৰ মৃত্যুদণ্ডধৰ।

ইন্দ্ৰ— জানো মই প্ৰহ্লাদৰ
নোহোৱা কদাপি তুমি মৃত্যু অধিকাৰী
কৰিছো আদেশ মাথো—
প্ৰহ্লাদৰ সন্মুখ যুদ্ধত,
দৈত্যসেনা কৰা পৰাজয়।

যম শিৰোধাৰ্য্য তোমাৰ আদেশ সুৰপতি!
নিশ্চয় দৈত্যৰ আজি চিন্তি মহামাৰ
দেৱকাৰ্য্য কৰিম সাধন।
যাওঁ তেনে পুৰন্দৰ
পশোঁগৈ শীঘ্ৰে ৰণ-ভূমি।

ইন্দ্ৰ যোৱা তেনে মৃত্যু-অধিকাৰী!
পাৰাখানে মৃত্যুবাণ কৰিবা নিক্ষেপ।

[ দুইৰো প্ৰস্থান ]

[ কুবেৰৰ প্ৰৱেশ ]

কুবেৰ— বুঢ়া হলোঁ, থেৰা হলোঁ, এতিয়া আকৌ
আমাৰ কিহৰ বল, কিহৰ খেলালি? কিহৰ যুদ্ধ

কিহৰ বাগৰ? দেৱতা মনুষ্য সকলোৱে কয় - হেনো মই কুবেৰে মোৰ ধন কোনোবাই নিয়ে বুলি ধনৰ দ'মটোৰ ওপৰতে বহি থাকো। যদি সেয়ে হয়, তেনেহলেনো মোক কিয় ধনৰ দ'মটোৰ ওপৰৰপৰা বলেৰে টানি আনি এই যুঁজখন পাতিবলৈ লগাই দিছে? আকৌ পৰৰ চিৰৌ দেখিব নোৱাৰা অজীণ-পাতকী মথাই কয়—বোলে মই নিজৰ ধন ভাঙি খাব লাগে বুলি নৰ-মনুষ্য বিলাকক নাগতি কৰি কলা-হাঁহ, কলা-পাৰ আৰু কলা-ছাগলীবে গছৰ তলে বাঁহৰ তলে পূজা-পাতল খাই ফুৰো। সেইদৰে খাই ফুৰিম তো! ধন ঘটাইহে ধনৰ মোল বুজে। মই ইমান যত্ন কৰি ৰজা-পৰজা সকলোৱে পুতি থোৱা ধনবিলাক আনি জমা কৰিছো, তাকে যদি ভাঙি খাওঁ, তেতে থাকিব কি? লাগিলে কাৰোবাক দুই চাৰি টকা ধাৰলৈ দিওঁ; কিন্তু সেই বুলি দুগুণ সুদে মূলে আদায় নকৰাকৈ নেৰো—তেহেতৈ অজীণ-পাতকী-বিলাকে যিহকে নকক। অ' মই পাহৰি-ছোৱেই। আটকত জলপান খাম বুলি গুড় আধা পোৱা তিনি পয়চা দি কিনি অনা তিনি মাহ হল; এতিয়াও সি ওপৰৰ চাঙতে আছে। যদি আজি সোনকালে ঘৰমুৱা নহওঁ,

তেন্তে সিঙ্কালে বৈণীয়ে পাই খাই থলে মোৰ পয়চা তিনিটা তেনেই অথলে যাব। বোলো মিত্ৰও বক, চাউলো সিজক। আজি যুদ্ধলৈ অহা চিপাহীবিলাকৰ ভিতৰত দুই এজনৰ টেঁটুত টিপা মাৰি ধৰি পুলা এটা খাই যাব পাৰিলে আজি মোৰ গধূলিৰ চাউল কঠাও বব, আৰু যুদ্ধত দুজনমানক বগৰাই থৈছো বুলি জহ লোৱাও হব। যাওঁচোন—কাক কত ছলত পাওঁ।

(তুখোজমান গৈ) সৌৱা কো'নাবা দুজন মানক অহা দেখিছোঁ। কপালত দেখোন বঙা বঙা ফোঁট! কিয় মোৰ গাৰ নোম শিয়ঁৰি উঠিছে! উঃ কপা'ৰ ফোঁট দেখি মোৰ বুকু কঁপি উঠিছে। মোৰ আনলৈ অলপো ভয় নাই—কপালত ফোঁট দেখিলেহে চুৰ্ত্তি হেৰায়।

[ পলাব খোজে ]

[ দুজন সেনাৰ প্ৰবেশ ]

১ম সেনা— হেৰ তই কোন? কিয় ভয়তে কঁপি কঁপি পলাব খুজিছ?

কুবেৰ— নাই পলাব খোজা মোৰ সোণ। বুঢ়া মানুহ, এনেয়ে গা কঁপে।

১ম সেনা— বাক তোৰ নাম কি ?

কুবেৰ— মোৰ নাম কু-বে-বে-ৰেৰ ।

১ম সেনা— কি কুবেৰ তই ? থু থু থুঃ ( গাত থুই পেলায় ) বহ লাঠুৱা বহ ! তই ইয়াতে খপিয়াপুতি কাবোবাৰ গাত লম্ভি ক'লা হাঁহ-পাৰ আদায় কৰাৰ ফিকিৰ পাতিছ ? আজি হাঁহ-পাৰ খাই কুবাৰ জোল উলিয়াম বহ । হেৰা তোমাৰ মোনাতে আছে, মোক কেইটামান সৰিয়হ দিয়াচোন !

২য় সে·া — ( সৰিয়হ দি ) হেঁাৱা লোৱাঁ, গুৰুগুৰুৱে শিকাই দিয়া মন্ত্ৰ কাঁকিৱেই ইয়াক জব্দ কৰা ।

১ম সেনা— দিয়াচোন বাক [ হাতত সৰিয়হ লৈ মন্ত্ৰপূত কৰি কুবেৰৰ গাত ছাটি মাৰি দিয়ে, কুবেৰে হাত জৰি কেঁচাই ৰহে । ]

১ম সেনা— বান্ধা বান্ধা ! ইয়াক বান্ধা ! বান্ধি ছাটি নি ৰজাক গটাই দিওঁগৈ ।

২য় সেনা — তুমিয়েই বান্ধাচোন ; মই নিলগৰ পৰাই চাই থাকোঁ ।

[ ১ম সেনাই কুবেৰক বান্ধে ।

বান্ধি লৈ সকলোৰে প্ৰস্থান ]

## পঞ্চম দৃশ্য

### সমৰ ভূমি

[ যুদ্ধ কৰি কৰি প্ৰহ্লাদ আৰু যমৰ প্ৰবেশ ]

প্ৰহ্লাদ— যদি যুদ্ধ নেৰা মৃত্যুপতি !
বিধাতাৰ সৃষ্টি নীতি আজি উলটিব
মৃত্যু শূন্য একেবাৰে হব জগতত ।

যম— কিবা সাধ্য তোমাৰ বাজন !
অস্ত্ৰ হানি অমৰক কৰিবা বিনাশ ।
দেৱ-দ্ৰোহ কুল-ধৰ্ম্ম আছে দানৱৰ
সেই হেতু বৈষ্ণৱ প্ৰহ্লাদ !
মৰ হৈ অমৰেৰে পাতিছা বিগ্ৰহ ।
মৃত্যু অধিকাৰী আমি
আমাৰ হাতৰ এই বৰ্ষিত অস্ত্ৰত
নিশ্চয় সকলো হব ধৰা-শয্যাশায়ী ।

প্ৰহ্লাদ— নিনিন্দিবা দৈত্যক বাজন !
থাকিব সদায় দৈত্য
বল বীৰ্য্য পৰাক্ৰমে শ্ৰেষ্ঠ আসনত ।
দৈত্য দেৱতাৰ আজি এই বিগ্ৰহত
চাওঁ বাৰু সমৰৰ নৈপুণ্য তোমাৰ ।

[ পুনৰ যুদ্ধ কৰি কৰি প্ৰস্থান ]

[ সশস্ত্রে প্ৰহ্লাদৰ পুনঃ প্ৰৱেশ ]

প্ৰহ্লাদ— পৰ কাৰ্য্য হেতু
কৰিলো অসংখ্য প্ৰাণী বধ;
ই কাৰ্য্যত যুগে যুগে
প্ৰহ্লাদৰ কলঙ্ক থাকিব।

[ শুক্ৰৰ প্ৰৱেশ ]

শুক্ৰ — শুনা দৈত্যপতি!
তোমাৰ কথাত আজি
মস্তিষ্ক ঘূৰিছে মোৰ।
আশ্ৰিত ৰক্ষাৰ হেতু
গুৰুৰ আদেশ মতে কৰিলে সংগ্ৰাম
ক'ত পাপ হব মহাৰাজ?
পৰম বৈষ্ণৱ তুমি
নীতি জ্ঞানে অতি সুপণ্ডিত
তেনে কিয় সমৰত ইমান বিহ্বল?
চোখা চোখা দিব্য জ্যোতিৰ্ম্ময়
আছে ৰণে ভাস্কৰ সুৰথী
হোৱা সাজু যুদ্ধৰ কাৰণে।
সাৱধানে কৰিবা সমৰ
যুদ্ধ শাস্ত্ৰ বিশাৰদ
ধনুৰ্ব্বেদী সূৰ্য্যদেৱ-যুদ্ধত প্ৰবীণ।

প্ৰহ্লাদ— কাষতে থাকিবা গুৰুদেৱ !
নিমিষতে পৰাজয় কৰি ভাস্কৰক
পূৰাম তোমাৰ মনোৰথ ।

[ সূৰ্য্যৰ প্ৰৱেশ ]

সূৰ্য্য— দৈত্যপতি !
মৃত্যুৰাজ কৃতান্তৰ ৰণে ভঙ্গ দেখি
নেভাবিবা, জিনিলো সংগ্ৰাম বুলি ।
হোৱাঁ সাজু, দিয়া ৰণ
ধনুৰ্ব্বেদী ভাস্কৰৰ
ৰণশিক্ষা জগতে দেখক ।

প্ৰহ্লাদ— গুৰু বাক্য শিৰে ধৰি
আছো সাজু যুদ্ধৰ কাৰণে ।
কৰা দেৱ আগে অস্ত্ৰপাত ।

সূৰ্য্য— হোৱা তেনে সাজু
লোৱা তেনে খুলি তৰোৱাল ।

[ দুইবো অসি-যুদ্ধ, সূৰ্য্য পলায় ]

শুক্ৰ— কলৈ পলালা সূৰ্য্যদেৱ !
নকৰা কিয়নো আক দৈত্যেৰে সমৰ ?

[ মহা ক্ৰোধে শূল ধাৰি লৈ শিৱৰ প্ৰৱেশ ]

শিৱ— অনাচাৰী মহা ভণ্ড দুৰ্মতি প্ৰহ্লাদ !
এই তোৰ দেৱ-ভক্তি ?

এই দৰে দিছ তই
জগতৰ সুনিৰ্ম্মল ধৰ্ম্মৰ চিনাকী ?
নাই ৰক্ষা কুলাঙ্গাৰ
শূলেৰে বিদাৰি বক্ষ
চাম আজি তোৰ—
ইষ্টদেৱ নৃসিংহৰ ক্ষমা মূৰ্ত্তি কত ?
পাষণ্ড দুৰ্ম্মতি !
দেৱ-দ্ৰোহী ধৰ্ম্ম-দ্ৰোহী পাষণ্ড চন্দ্ৰক
আশ্ৰয় প্ৰদান কৰি
কৰিছহি দেৱেৰে সমৰ।
আজি তোক হত্যা কৰি
যুদ্ধৰ হেপাহ তোৰ পূৰাম নিশ্চয়।

[ ত্ৰিশূল প্ৰহাৰ কৰিবলৈ উদ্যত
এনেতে বেগেৰে সুদৰ্শনৰ প্ৰৱেশ ]

সুদৰ্শন— সাৱধান হবা শূলপাণি !
এখোজ বাঢ়িলে আগ
সৃষ্টি নাশ হব আজি ভক্তৰ কাৰণে।

[ চক্ৰ ত্যাগ কৰিবৰ কাৰণে উদ্যত,
ত্ৰিশূল আৰু চক্ৰৰ মাজত ব্ৰহ্মাৰ আবিৰ্ভাৱ
বৃহস্পতি প্ৰৱেশ ]

ব্ৰহ্মা ত্ৰিলোচন ! ত্ৰিলোচন !
কিয় হোৱা আত্ম বিস্মৰণ।

ক্ষান্ত হোৱাঁ সামৰা ত্ৰিশূল
কিয় কৰা অপমান কৃষ্ণৰ ভকক।
নাজানানে ভোলানাথ!
পৰম বৈষ্ণৱ প্ৰহ্লাদৰ
সুদৰ্শন মহাচক্ৰ ৰক্ষক সদায়।
মই ব্ৰহ্মা সৃষ্টিকৰ
তুমি সংহাৰক মূৰ্ত্তি ৰুদ্ৰ মহাকাল
আদেশ পালক মাথো কৃষ্ণৰ-কিঙ্কৰ।
ভৃত্য হৈ কিয় কৰা প্ৰভুৰে বিবাদ?

শিৱ— নহয় বিবাদ সৃষ্টিকৰ!
যদিহে দৈত্যই
তাৰা চন্দ্ৰ সমৰ্পণ নকৰে দেৱক
সৃষ্টি নাশ হব আজি নিশ্চয়, নিশ্চয়।

ব্ৰহ্মা— পাৰা তাৰা ত্ৰিলোচন!
নঘটাবা মিছ'তে বিবাদ।
সুদৰ্শন মহা চক্ৰ!
সামৰা তোমাৰ তেজ
ভয়ত কঁপিছে ত্ৰিসংসাৰ।

শিৱ— তোমাৰ বাক্যত সৃষ্টিকৰ
সামৰিলোঁ মহাশূল মোৰ।
দিয়া আনি তাৰা চন্দ্ৰ
বাক্পতিৰ মহাক্লেশ হওক অৱসান।

[ চক্ৰ আৰু শূল বিৰত হয় ]

ব্রহ্মা— দৈত্যগুৰু শুক্ৰ আৰু দৈত্যকুলপতি!
দেৱ দৈত্য উভয়েৰে গুৰু ত্ৰিলোচন।
তেওঁৰ হাতত যদি,
তাৰা চন্দ্ৰ কৰা সমৰ্পণ
নকৰিব উভয়েৰে অলপো গৌৰৱ।
এতেকতে সকলোকে কৰো অনুৰোধ
গুৰুৰ প্ৰীতিৰ অৰ্থে
তাৰা চন্দ্ৰ ত্ৰিশূলাক কৰা সমৰ্পণ।

শুক্ৰ – পূজ্য পিতামহ তুমি মোৰ।
তোমাৰ বাক্যত
মহাগুৰু শিৱৰ পাৱত
পাৰো মই তাৰা চন্দ্ৰ কৰিব অৰ্পণ।
কিন্তু দেৱ নোৱাৰো কদাপি
শাস্তি প্ৰদানৰ হেতু
ভয়াতুৰ চন্দ্ৰক শপিব।

শিৱ— কলঙ্কী শশীৰ মহাপাপ
কিবাদৰে কৰিবা খণ্ডন?

শুক্ৰ - বিভুৰ কৃপাত ত্ৰিলোচন!
শুক্ৰই চন্দ্ৰৰ পাপ
নিজ শক্তি বলে আজি কৰিব খণ্ডন।

শিৱ— অদ্ভুত ৰহস্য!
মাতৃগামী মহাপাপ
কৰিবা মোচন তুমি?

শুক্ৰ — চন্দ্ৰৰ মহৎ পাপ
নোৱাৰিলে কাৰিব খণ্ডন,
গুৰুৰ আসন লভা সাৰ্থকতা ক'ত ?
পাপী উদ্ধাৰৰ কাৰণেহে
ধৰ্ম্ম-শাস্ত্ৰে গুৰুৰ সৃজন ;
নাই হোৱা গুৰুপদ
যশ মান ধন বস্ত্ৰ সম্ভোগৰ বাবে ।

শিব — ধন্য ধন্য শুক্ৰ মহামতি !
তোমাৰ মুখত মাথো
শুনিছো এনুৱা মহাবাণী ।
কৰা শুক্ৰ সন্দেহ ভঞ্জন
কৰি পাপ বিমোচন কলঙ্কী শৰীৰ ।

শুক্ৰ খন্তেক অপেক্ষা কৰা দেব ত্ৰিলোচন !
তাৰা চন্দ্ৰ সুৰক্ষিত দুৰ্ভেদ্য দুৰ্গত
সাধ্য নাই কোনো জনে প্ৰৱেশিব তাত ।
লৈ আহো নিজে মই
তাৰা চন্দ্ৰ দুয়োটিকে প্ৰদানি অভয় ।
[ শুক্ৰৰ প্ৰস্থান ]

ব্ৰহ্মা গুৰুৰ আদৰ্শ শুক্ৰাচাৰ্য্য মহামতি !
যন্ত্ৰে মন্ত্ৰে অস্ত্ৰে শস্ত্ৰে বিপন্ন শিষ্যক
ৰক্ষা কৰে আজি চোৱা শুক্ৰ আচাৰ্য্যই ।
দেখাব শুক্ৰই আজি, গুৰুৰ বস্তুত
মহাপাপো ধ্বংস হয় কিদৰে বিশ্বত ।

[ তাৰা আৰু মহাযোগী চন্দ্ৰক লৈ শুক্ৰৰ প্ৰৱেশ ]

শুক্ৰ— প্ৰথমতে সমৰ্পিলো তাৰাক শঙ্কৰ
বাক্‌পতিৰ চিত্ত কৰা স্থিৰ।
[ তাৰাক শিৱক গতাই দিয়ে ]

শিৱ— বিধিৰ বিধাতা তুমি?
বিধিমতে কৰি শুচি
তাৰাক গুৰুৰ হাতে কৰা সমৰ্পণ।

ব্ৰহ্মা— শুনা শুনা বিশ্ববাসীগণ!
দেৱগুৰু বৃহস্পতি পাপমুক্ত হেতু
দেৱতাৰ মহা ছলনাত
হৈছিল তাৰা বিচাৰিণী।
কিন্তু মোৰ মহাবাক্যে
তাৰাৰ সকলো পাপ হল ভস্মীভূত
হব মহা সতী বুলি জগতে প্ৰখ্যাত।
দেৱগুৰু বৃহস্পতি !
অনৰ্থক নকৰিবা আৰু অপমান,
লোৱাঁ তুমি আনন্দেৰে তাৰাক সামৰি।

বৃহস্পতি— আনন্দেৰে কৰিলো গ্ৰহন
পত্নীৰূপে আকৌ তাৰাক।
[ হাতত ধৰি কাষ চপায় ]

শুক্ৰ— চন্দ্ৰ! ভুলি যোৱা তাৰা সুন্দৰীৰ
অপৰূপ ৰূপৰ মাধুৰী।

চন্দ্ৰ— স্থিৰ হ কামুক হৃদয়
আজি হওঁক স্মৃতি লোপ, তাৰা সুন্দৰীৰ
হ মোৰ অন্তৰৰ পৰা।

শুক্ৰ— যোৱা শশী স্নান কৰি মন্দাকিনী নীৰে
আহা শুচি সজ্জন হৈ।

[ চন্দ্ৰৰ প্ৰস্থান ]

[ চন্দ্ৰৰ পুনঃ প্ৰৱেশ ]

চন্দ্ৰ— বিষম জ্বালা! বিষম জ্বালা!
শীতল পানীৰ স্পৰ্শে
যক্ষ্মা ৰোগে কৰিছে বিভত মোক।

শুক্ৰ— নহ'বা কাতৰ চন্দ্ৰ।
আহা মোৰ উঠাহি কোলাত।
মহাপাপী বুলি ঘৃণা কৰি
নেপেলায় দলিয়াই শুক্ৰই তোমাক।
পাপীক হিয়াত ৰাখি
পাপীৰ মহৎ পাপ কৰিম মোচন।

[ শুক্ৰই চন্দ্ৰক কোলাত তুলি লয় ]

যদি সত্য হয় মোৰ
বাক্য ব্ৰত তীৰ্থ স্নান তপস্যা কঠোৰ
যদি মহা সত্য হয়—
সন্ধ্যা মন্ত্ৰ গায়ত্ৰী শুক্ৰৰ,

তেনে হলে শুক্ৰৰ বাক্যত
নিষ্কলঙ্ক সুধাকৰ হল জগতত ।
[ চন্দ্ৰক খিয় হৰলৈ দিয়ে ]

শিৱ— ধন্য ধন্য শুক্ৰ মহাশয় ।
তুমিয়েই প্ৰকৃততে আদৰ্শ গুৰুৰ ।
শুক্ৰৰ প্ৰভাৱে
পাপে মুক্ত আজি সুধাকৰ ।
শুক্ৰৰ যশস্যা ৰাশি প্ৰকাশৰ হেতু
অৰ্দ্ধচন্দ্ৰ ৰাখি কপালত
নাম ধৰো শশাঙ্ক-শেখৰ ।
দিয়া চন্দ্ৰ একাংশ তোমাৰ ।
[ শিৱই চন্দ্ৰৰ একাংশ আনি কপালত লয় ]

ব্ৰহ্মা— কোৱা সকলোৱে—
নিষ্কলঙ্ক কলাধৰ
গঙ্গাধৰ শিৰোমণি
পৰম সুন্দৰ ।

# যৱনিকা